# এচেঙিং কুমজেলেকুৱা

সত্যেন বৰকটকী

মিত্ৰ এজেন্সি এণ্ড কোং
ডিব্ৰুগড় : অসম

*ASCENDING KUMJELEKUA : A collection of Assamese short stories written by Sree Satyen Barkataki, Melamati, Titabar and Published by Sree Narendra Nath Das, on behalf of Mitra Agency & Co., Tinsukia, Assam.*

*First Published : February, 1978.*

**Price Rupees Seven only.**

প্ৰথম প্ৰকাশ

ফেব্ৰুৱাৰী : ১৯৭৮ চন

তিনিচুকীয়াৰ 'মিত্ৰ এজেন্সি এণ্ড কোং'-ৰপৰা শ্ৰীনৰেন্দ্ৰ নাথ দাসৰ দ্বাৰা প্ৰকাশিত আৰু পশ্চিমবঙ্গৰ শ্ৰীৰামপুৰৰ (হুগলী) সৰযূ প্ৰেছৰপৰা শ্ৰীকালীশঙ্কৰ গুহৰ দ্বাৰা মুদ্ৰিত। প্ৰচ্ছদ-পট আঁকিছে শ্ৰীগণেশ বসুৱে।

বেচ—সাত টকা

# উচৰ্গা

কৈশোৰ, যৌৱন আৰু বাৰ্দ্ধক্যৰ সুখ-দুখ সকলো ক্ষণৰ মোৰ অতি মৰমৰ বন্ধু মাখন, ওৰফে চন্দ্ৰ শৰ্ম্মাৰ হাতত—

মেলামাটি, তিতাবৰ
ফেব্ৰুৱাৰী, ১৯৭৮

সত্যেন বৰকটকী



# জাননী

এই সঙ্কলনৰ শেহৰ চাৰিটা গল্প ১৯৬১ চনত মোৰ 'ফুলবিবী' বোলা গল্প-সঙ্কলনত প্ৰকাশ হৈছিল। অদূৰ ভৱিষ্যতে সেই পুথিৰ পুনৰ্মুদ্ৰণ হোৱাৰ সম্ভাৱনা নোহোৱা হেতুকে বন্ধুবৰ্গৰ অনুৰোধক আজ্ঞা বুলি শিৰোধাৰ্য্য কৰি, সেই চাৰিটা গল্প এই সঙ্কলনত সন্নিৱিষ্ট কৰিলোঁ।

মেলামাটি, তিতাবৰ
ডিচেম্বৰ, ১৯৭৭

লেখক

## কি কি আছে ?

১ এচেঞ্জিং কুমজেলেকুরা
১২ অজাচার
১৬ টেলিপেথি
২৩ অবিশ্বাস্য
২৭ অবিস্মরণীয়
৩০ করুণী
৩৮ গোলাপ
৫২ ক্লান্ত দিগন্ত
৬৭ মূল্য আদায়
৭৫ ঘটকালি
৭৯ বিক্রম
৮২ অবসর
৯২ স্মৃতি
১০১ পরাচিত
১১১ আক্ চোচ্
১২১ প্রশ্নের উত্তর

## ॥ এচেণ্ডিং কুমজেলেকুৰা ॥

তেতিয়া মই কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ ; মোৰ সৰু ভাই ক্লাচ চিক্সৰ। কলিকতাৰ আপাৰ চাকু´লাৰ ৰ'ডৰ ঘৰ এটাত দেউতাৰ লগত আমি থাকোঁ। তাতে আমাৰ মাহীৰ পুতেক ককাই এজন আৰু এজন অসমীয়া ছাত্ৰও আছিল। তেওঁলোক দুজনে তেতিয়া এম-এচ-চি পঢ়িছিল।

এদিন হঠাৎ ভাইটিৰ জ্বৰ উঠিল। দেউতা তেতিয়া কলিকতাত নাছিল ; কিবা সকামত অসমলৈ আহিছিল। পোনতে পানীলগা জ্বৰ বুলি ভাবি জ্বৰৰ কথাটোলৈ মই মন-কাণ দিয়া নাছিলোঁ, কিন্তু তিনি দিনৰ দিনা যেতিয়া ভাইটিয়ে ভ্ৰম বলকিবলৈ ধৰিলে মোৰ জীৱ উৰিল। আমাক সদায় চোৱা-চিতা কৰি থকা ওচৰ-চুবুৰীয়া ডাক্তৰ এজনক মাতি আনিলোঁ। তেওঁৰ নাম আছিল বীৰেন দত্ত। বুঢ়া মানুহ ; বয়স ষাঠিমান হ'ব।

তেওঁ ৰোগী চাই, মুখ-চুখ বিকটাই সুধিলে, "দেউতাৰা ক'ত ?" দেউতা আসামলৈ গৈছে বুলি কোৱাত তেওঁ ক'লে, "তৎক্ষণাৎ শুচি আহিবলৈ টেলিগ্ৰাম কৰা। আৰু আজিয়েই এজন ডাঙৰ ডাক্তৰ মাতা ; মই অকলে ৰোগীৰ দায়িত্ব ল'ব নোৱাৰিম।"

দেউতালৈ টেলিগ্ৰাম এখন পঠাই, বুধি-ভৰষা বিচাৰি কুমাৰদেৱ মুখাৰ্জী নামেৰে দেউতাৰ বন্ধু এজনৰ ওচৰ পালোঁগৈ। কুমাৰদেৱ বাবু আছিল বঙ্গদেশৰ কৃতী সন্তান ভূদেৱ মুখোপাধ্যায়ৰ পুত্ৰ। শিৱপদ ভট্টাচাৰ্য্য নামেৰে এজন ডাক্তৰে সেই সময়ত কলিকতাত ভাল নাম কৰিছিল। কুমাৰদেৱ বাবুৱে তেওঁক আমাৰ ঘৰলৈ লৈ

আছিল। তেওঁ ৰোগী চাই দৰবৰ বিধান দিলে, আৰু দিনে-নিশাই শুশ্ৰূষা কৰিব পৰাকৈ ডুগৰাকী নাৰ্চৰ দিহা কৰিবলৈ পৰামৰ্শ দিলে।

দুগৰাকী নাৰ্চ মোতায়েন কৰা হ'ল। সেই যুগত কলিকতা নিবাসী অসমীয়া মানুহ গোটেইবিলাক একেটা পৰিয়ালৰ লোক যেন আছিল। ডাক্তৰ জীৱকান্ত শইকীয়া, ৺উমেশ বৰদলৈকে আদি কৰি মেডিকেল কলেজৰ ছাত্ৰসকলে ভাইটিৰ অসুখৰ বাতৰি পাই, যি পাৰে সহায় কৰিবলৈ তুৰন্তে আহি ওলালহি। তেওঁলোকৰ এজন নহয় এজনে দিনে-নিশাই ৰোগীৰ কাষত থকাৰ পাল পাতি ল'লে। ৺চন্দ্ৰকমল বেজবৰুৱা সেই সময়ত কলিকতাৰ নিগাজী বাসিন্দা আছিল। তেওঁ আৰু তেওঁৰ ডাঙৰ পুতেক ৺সুৰেন বেজবৰুৱাও খবৰ ল'বলৈ নিতৌ এবাৰ নহয় এবাৰ আহে।

বীৰেন বাবুৱে প্ৰথম দিনা ভাইটিক পুৱাবেলাতে চাইছিল। সন্ধিয়া পৰত তেওঁ আকৌ ওলালহি। ডাক্তৰ ভট্টাচাৰ্য্যৰ প্ৰেচ্‌-ক্ৰিপ্‌শ্বন দেখুৱালত তেওঁ জিক্‌জিকাই উঠি ক'লে, "শিবপদ আবার কবে থেকে বড় ডাক্তার হ'ল? ওকে দিয়ে চলবে না। তুমি বুঝতে পারছ না, তোমার ভায়ের টাইফয়েড্ হয়েছে. বিধান রায়কে ডাক।"

উমেশ বৰদলৈ ডাক্তৰ ৰায়ৰ ছাত্ৰ আছিল। বীৰেন বাবুৰপৰা চিঠি এড়খৰি লৈ, বৰদলৈৰ লগত ডাক্তৰ ৰায়ৰ চেম্বাৰত উপস্থিত হলোগৈ। ভাটীবেলা তিনিমান বজাত তেওঁ ওলালহি। বীৰেন ডাক্তৰকো মতাই অনা হ'ল।

বিধান ৰায়ে ভালেমান পৰ ৰোগীক পৰীক্ষা কৰি চাই সুধিলে, "ছেলেটার বয়েস কত?" মই কলো, বাৰ বছৰ। তেওঁ তেতিয়া বীৰেন বাবুৰ ফালে চাই ক'লে, "টাইফয়েডের সঙ্গে ডাবল্ নিউমনিয়া। আরও যেন কম্‌প্লিকেশ্বন না হয় সে দিগে দেখতে হবে। ঘাবড়াবার কিছু নেই। তবে ছেলেটার বয়েসটা তার এগেইন্‌ষ্টে।"

সেই দিনত হাইড্ৰথেৰাপিৰ বাহিৰে টাইফয়ড্ ৰোগৰ আন চিকিৎসা ওলোৱা নাছিল। হাইড্ৰথেৰাপিৰ অৰ্থ হ'ল মুখেদি আৰু

গুহ্যদ্বাৰেদি ৰোগীৰ শৰীৰৰ ভিতৰলৈ অনবৰত পানীয় পৰিবেশন কৰি থাকিব লাগে। টাইফয়ড্ হ'লে একৈছ দিনৰ আগত সাধাৰণতে জ্বৰ নেৰিছিল; ৰোগৰ আক্ৰমণ মাৰাত্মক বিধৰ হ'লে জ্বৰ এৰিবলৈ ছসপ্তাহ বা তাতোকৈ সৰহ দিন লাগে। সিমান দিনলৈ জ্বৰৰ উগ্ৰ তাপত (১০৫।১০৬ ডিগ্ৰী) ৰোগীৰ জীৱনী-শক্তি লোপ নোপোৱাকৈ ৰাখিব পাৰিলে ৰক্ষা, নোৱাৰিলে অনিবাৰ্য্য মৃত্যু।

ডাক্তৰৰ বিধান মতে দিনে-নিশাই গুহ্যদ্বাৰেদি 'গ্লুক'জ' মিহলোৱা পানী, আৰু মুখেদি দহ মিনিটৰ অন্তৰে অন্তৰে ডালিম আৰু সুনথিৰাৰ ৰস পৰিবেশন কৰি থকাৰ দিহা কৰা হ'ল। দৰৱ বুলিবলৈ ডাক্তৰ ৰায়ে দিলে 'এচিটজ'ন' বোলা পুৰিয়া এবিধ; দিনে চাৰিবাৰ নে ছবাৰকৈ খুৱাব লাগে। তিনিদিনৰ কাঠ ফটা জ্বৰতে ৰোগী যি অচেতন হ'ল, চেতন ঘূৰি অহাৰ আশাকে আমি নেদেখা হলোঁ।

গোটেই কলিকতা নগৰীত বিচাৰি চলাপাত কৰি 'এচিটজ'ন' ক'তো পোৱা নগ'ল। তেতিয়াৰ দিনৰ বিলাতী চাহাবৰ দোকান, বাথ্‌গেইট্ আৰু ক্ৰেস্ক ৰচেও দৰবটো নাই বুলি ক'লে। নিশা দহ বজাত বিধান ৰায়ক টেলিফ'ন কৰি কলোঁ, "স্যার, এচিটজ'ন তো কোথাও পাওয়া যাচ্ছে না।" তেখেতে টপৰাই উত্তৰ দিলে, "হ্যা পাবে; কর্ণৱালিচ্ ষ্ট্রীট্ আর সুকীয়া ষ্ট্রীটের মোড়ে মেট্রপলিটান ফার্মেসি আছে; সেখানে পাবে।" মেট্রপলিটান ফাৰ্মাচিত বীৰেন বাবুৱে লিখি দিয়া কাগজ ডোখৰ দেখুৱালত সুধিলে, "ডাক্তার রায়ের প্রেস্ক্রিপ্শন না? হ্যাঁ অষুধটা আছে।" ঔষধৰ দামটো সোণৰ দামতকৈয়ো একাঠী চৰা।

যিকি নহওক, তাকে কিনি অনা হ'ল। দুদিন পাছত দেউতা আসামৰপৰা উলটি গৈ কলিকতা পালত জানিবা মোৰ মুখলৈ পানী আহিল। চিকিৎসা, পৰপালি নিয়ম মতে চলি থাকিল। বীৰেন বাবুৱে দিনটোত অন্ততঃ দুবাৰকৈ ৰোগীক চাই যায়। কিন্তু চাৰি

সপ্তাহৰ পাছতো অচেতন ৰোগীৰ জ্বৰ একোপধ্যে ১০৪ ডিগ্ৰীৰ তললৈ ননমা দেখি, ঘৰৰ সকলোটিৰে খাৱন-শোৱন নোহোৱা হ'ল। শুকাই-খীণাই সিপিনে ৰোগী তেতিয়া কঙ্কালসাৰ; জীৱই উজান-ভাটী কৰিছে।

সেই অৱস্থাত দেউতাই ধৈৰ্য্য হেৰুৱাই চিনাকি ডাঙৰ কবিৰাজ এজনক মতাই অনালে। কবিৰাজে ক'লে যে ডাক্তৰৰ চিকিৎসা চলিছে যেতিয়া সেই চিকিৎসা চলি থকাই ভাল হ'ব, তবে ডাক্তৰে যদি আপত্তি নকৰে মকৰধ্বজ তুপালিমান তেখেতে খুৱাই চাব খোজে। বীৰেন ডাক্তৰক মতোৱা হ'ল। কবিৰাজক দেখিয়েই তেওঁ মোক এফলীয়াকৈ মাতি নি ক'লে, "তোমৰা কবিৰাজ লাগাচ্ছ না কি? তাহলে তো আমৰা আৰ চিকিৎসা করতে পাৰব না।" তেওঁৰ কথাষাৰ দেউতাৰ কাণত পৰিলত দেউতাৰ কি সুমৰ্গি হ'ল ক'ব নোৱাৰোঁ, তেখেতে ক'লে, "কবিৰাজ মোৰ বন্ধু মানুহ; বন্ধু হিচাপে হে ল'ৰাটো চাবলৈ আহিছে, চিকিৎসা কৰিবলৈ অহা নাই।"

কবিৰাজে বীৰেন বাবুক সুধিলে, মকৰধ্বজ তুপালিমান খুওৱাত তেওঁ আপত্তি কৰিব নে কি? বীৰেন বাবুৱে "ওসব চলবে না" বুলি একে আষাৰে কবিৰাজৰ মুখ মাৰিলে।

এই খিনিতে আন কথা এটা মনত পৰিছে, তাকো কৈ থওঁ। বিধান ৰায়ে সেই সময়ত ডাক্তৰি কৰাৰ উপৰিও কাৰ্মাইকেল মেডিকেল কলেজত অধনুৱা শিক্ষকৰ কাম কৰিছিল। কেলকেটা মেডিকেল কলেজৰ ছাত্ৰসকলে নিজক কাৰ্মাইকেলৰ ছাত্ৰসকলতকৈ এখোপ ওপৰৰ বুলি ভাবিছিল। নিশা পৰ দিবলৈ অহা কেলকাটা মেডিকেল কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ এজনে এদিন মোক ক'লে, "আপোনালোকৰ খাতিৰত আমি ৰোগীৰ প্ৰতিপাল কৰিবলৈ আহিছো হয়, পিছে বিধান ৰায়ৰ চিকিৎসা পদ্ধতি চকুৰে চাই থকা আমাৰ পক্ষে অসহ্য হৈ উঠিছে। মেডিকেল কলেজত আমাৰ শিক্ষকসকলে টাইফয়ড্ বেমাৰৰ চিকিৎসা আমাক যিদৰে

শিকাইছে, বিধান ৰায়ৰ চিকিৎসা পদ্ধতি তাৰ সম্পূৰ্ণ বিপৰীত। এনে পদ্ধতি অনুসৰণ কৰি আমাৰ বিবেকৰ বিৰুদ্ধে আমি কাম কৰিবলগীয়াত পৰিছো।"

ডাক্তৰ জ্জীৰ শইকীয়াও কেলকেটা মেডিকেল কলেজৰ ছাত্ৰ আছিল। এম-বি পাছ কৰি তেতিয়া তেখেত হাউচ্ চাৰ্জন হৈ আছে। তেখেতক মই কথাষাৰ ক'লত তেখেতে চকু পকাই, ভালকৈয়ে মোক ধমকি এচাট দি ক'লে, "নানা মুনিয়ে এতিয়া নানা মত দিব; সেইবোৰ কথালৈ কাণ দি তুমি মূৰ ঘমাব নালাগে।"

যি যি নহওক, সেইদিনা কবিৰাজ গুচি যোৱাৰ পাছত কি কৰোঁ কি নকৰোঁ বুলি আমি আকাশ-পাতাল চিন্তি থাকোঁতে নিশা ন মান বজাত চন্দ্ৰকমল বেজবৰুৱা আহি ওলালহি। দেউতাৰ লগত অলপ পৰ কথা-বতৰা পাতি তেওঁ মোক একলীয়াকৈ আঁতৰলৈ মাতি নি ক'লে, "বোপা, মই বেজবৰুৱাৰ ঘৰৰ ল'ৰা। মই ভালকৈ জানো ডাক্তৰে এই বেমাৰ ভাল কৰিব নোৱাৰে। এই ৰোগৰ এটাইতে মাথোন ঔষধ আছে, তিনি পালি পেটত পৰিলেই ল'ৰা উঠি বহিব।"

সেই বিধ নো কি ঔষধ সুধিলত ক'লে, "কুমজেলেকুৰা। গছেদি ওপৰলৈ বগাই যোৱা কুমজেলেকুৰা কেতবোৰ ধৰিব লাগিব। ফুটা পানীত তাৰে তিনি চাৰি গোট পেলাই দি, নিমখ এছিটা মাৰি দিলে তৎক্ষণাত গলি পানী হৈ যাব। সেই পানীটোপা খুৱাব লাগিব—তিনি বাৰ। তাৰ পাছত ল'ৰা টনটনীয়া হৈ উঠে নে নুঠে চাবাঁ। দেউতাৰাক সেইবোৰ কথা ক'ব নালাগে। তুমি তুৰন্তে কাৰোবালৈ টেলিগ্ৰাম কৰি কুমজেলেকুৰা অনোৱাঁ। বুঢ়াৰ কথা শুনিবা।"

A drowning man catches at a straw. মই পোনছাটে টেলিগ্ৰাফ অফিছ পালোঁগৈ। গছৰ ওপৰলৈ বগাই যোৱা কুমজেলেকুৰাৰ কথা নো টেলিগ্ৰামত কি বুলি লিখোঁ অলপ চিন্তা কৰি, দদাইদেউৰ নৰপুতেক ৺অজদাদালৈ এই বুলি টেলিগ্ৰাম কৰিলোঁ:

Come immediately with ascending Kumjelekuas.

তিনি দিনৰ মূৰত কুমজেলেকুৱা এটেকেলি লৈ যোৰহাটৰপৰা অজুদাদা ওলালহি। দেউতাই গম নোপোৱাকৈ ৺বেজবৰুৱা দেউৰ দিহা মতে কুমজেলেকুৱাৰ ৰস এপালি পানী বুলি ৰোগীক খুৱাই দিয়া হ'ল।

তাৰ পিছত হে বিয়াখন ভালকৈ লাগিল। অলপ পৰৰ পিছতে ল'ৰাৰ কেতোৰ ক'লা শৌচ হ'বলৈ ধৰিলে। নার্চে ক'লে তুৰন্তে ডাক্তৰক খবৰ দিব লাগে। ঢপলিয়াই গৈ বীৰেন বাবুক মাতি আনিলোঁ। শৌচ লিৰিকি-বিদাৰি চাই, মুখ বেঁকেটাই তেওঁ ক'লে, "হেমারেজ সুরু হয়েছে বলে মনে হোচ্ছে।" নাড়ী পৰীক্ষা কৰি চাই তাৰ পাছত আকৌ ক'লে, "পালচ্ তো আগের চাইতে একটু ভাল বোধ হোচ্ছে। তুমি স্টুল আর ইউরিণ পরীক্ষা করিয়ে, রিপোর্ট নিয়ে তাড়াতাড়ি ডাক্তার রায়ের কাছে যাও।"

সেই মতে শৌচ-পেচাব পৰীক্ষা কৰাই, ৰিপোৰ্ট লৈ বিধান ৰায়ৰ গুৰি পালোঁগৈ। তেওঁ ৰিপোৰ্ট দুখন আধা মিনিটমান চকু ফুৰাই চাই, ইনজেকশ্বন এটাৰ নাম লিখি দি, ইনজেকশ্বনটো কিনি বীৰেন বাবুক নি দিবলৈ ক'লে। সেই মতে ইনজেকশ্বন এটা কিনি লৈ বীৰেন বাবুক আনি দিলত তেওঁ ৰিপোৰ্ট দুখন আধাঘণ্টামান সময় মূৰ পুতি পঢ়ি চাই মোক সুধিলে, "ডাক্তার রায় রিপোর্ট দুটো ভাল করে পড়ে দেখেছিল তো?" মই কলোঁ আধামিনিট মানহে চাইছিল। বীৰেন বাবুৱে তেতিয়া ক'লে, ডাক্তৰ ৰায় উপস্থিত নাথাকিলে ইনজেকশ্বন দিয়াৰ দায়িত্ব তেওঁ ল'ব নোৱাৰিব। ডাক্তৰ ৰায়ক মাতি আনিবলৈ তেওঁ নির্দেশ দিলে।

আকৌ ডাক্তৰ ৰায়ৰ চেম্বাৰলৈ যাত্ৰা কৰিলোঁ। সেই দিনা ৰাতিপুৱাই মই ওলাইছিলোঁ। এইখন কৰি থাকোঁতে বেলিয়ে ভাটী দিলে। পেটত সিপিনে খুদকণ এটিও পৰা নাই; মাজে মাজে ৰেস্তৰাঁ একোটাত সোমাই চাহ একো পিয়লা নাকে-কাণে গুঁজি লওঁ। আহাৰ বুলিবলৈ সিমানেই। বিধান ৰায় ঘৰত নাছিল।

কেইবা ঘণ্টাও মই খাপ দিয়াৰ পাছত নিশা ন বজাত তেওঁ ঘৰ পালেহি। বীৰেন বাবুৱে কোৱা কথা তেওঁক ক'লত ক'লে, "আমার গাড়ীটা বেড়িয়ে যাচ্ছে; একটা টেক্সি নিয়ে আসতে পার?"

এই খিনিতে ডাক্তৰ বিধান ৰায় সম্বন্ধে দুআষাৰ মান কথা ন'কৈ নোৱাৰোঁ। তেওঁ যে প্ৰকৃত পক্ষে কিমান ডাঙৰ এজন মানুহ আছিল, সেই সময় ছোৱাত ডেৰ মাহ ধৰি তেওঁক প্ৰায় নিতৌ লগ পাইহে বুজিব পাৰিছিলো। ডাঙৰ ডাক্তৰ হিচাপে ডাঙৰ মানুহ বুলি ক'ব খোজা নাই, মানুহ হিচাপে তেওঁ যে কিমান মহৎ আছিল, সেই কথা হে ক'ব খুজিছো।

তেওঁৰ ফীজ আছিল তেতিয়া দিনত মাতিলে বত্ৰিশ টকা আৰু ৰাতি হ'লে চৌষষ্ঠি টকা। প্ৰথম দিনা বত্ৰিশটা টকা মই তেওঁৰ জেপত গুঁজি দিয়াৰ পিছত, দেউতাৰ পেচা কি বীৰেন বাবুক সুধি, অৱসৰপ্ৰাপ্ত চৰ্কাৰী বিষয়া বুলি গম পাই, সেই দিনাৰপৰা ফীজ্ তো আৰু নললেই, বৰং মোক ক'লে, "যখনি দর্কার মনে করবে. তখনি আমায় টেলিফ'ন করবে; আমি এসে পড়ব।" মুঠতে কিজানি তেওঁ ত্ৰিশ বাৰমান ভাইটিক চাবলৈ আহিছিল; গাড়ী নাথাকিলে টেক্সিৰেই মাজেসময়ে মাজ নিশাও ওলায়হি।

যেই হওক, টেক্সি এখন মই বিচাৰি আনিলোঁগৈ। নিশা দহ বজাত ডাক্তৰ ৰায়েৰে সৈতে বীৰেন বাবুৰ ঘৰ পালোঁহি। মনত আছে সেই দিনা ভৰ জোনাক নিশা আছিল। বীৰেন বাবুক টেক্সিত তুলি লৈ আমাৰ থকা ঠাইলৈ যাওঁতে তেওঁলোক দুজনৰ মাজত হোৱা কথা-বতৰা মই কাণ পাতি শুনি আছিলোঁ। সকলোবোৰ কথা অৱশ্যে বুজি পোৱা নাছিলোঁ।

তেওঁ বীৰেন বাবুক সুধিলে, "কি হে বীরেন, ইন্‌জেক্‌শনটা দিলে না কেন?"

বীৰেন ডাক্তৰ বিধান ৰায়তকৈ বয়সে কিজানি দহ বছৰ মান ডাঙৰ আছিল। কিন্তু বিধান ৰায়ে কাকো আপুনি বুলি সম্বোধন কৰা

মই শুনা নাছিলোঁ। আন কি তৰুণ ৰাম ফুকনকো তুমি তামাহে কৰিছিল।

বীৰেন বাবুৱে উত্তৰ দিলে যে যদিও ইউৰিণৰ ৰিপোৰ্ট মতে ইউৰিণত কাস্ট্ (বস্তুটো কি তেতিয়া নাজানিছিলোঁ) নাই, তথাপি তেওঁ সেই সম্বন্ধে নিঃসন্দেহ নোহোৱাকৈ ইন্‌জেকশ্বনটো দিবলৈ সঙ্কোচ বোধ কৰিলে, কাৰণ ইউৰিণ একেবাৰে ফ্ৰেশ্ব নাছিল ; কাস্ট কিজানি ডিজল্‌ভড্ হৈয়ে গৈছিল বা।

বিধান ৰায়ে তেতিয়া ক'লে, "ডিজল্‌ভড্ হয়ে যাবার কথা তো নয়। ইউরিণে এসিড্ পাওয়া গিয়েছিল তো। এসিড্ থাকলে সাধারণতঃ কাস্ট্ ডিজল্‌ভড্ হয় না। চল, এখুনি ইন্‌জেক্‌শ্বনটা দিয়ে দাও।"

তেতিয়া বুজিলোঁ কিয় বীৰেন বাবুৰ ফীজ্ আছিল আঠ টকা আৰু বিধান ৰায়ৰ বত্রিশ টকা। বীৰেন বাবুও পিছে পৰি ৰবা বিধৰ ডাক্তৰ নাছিল ; আমাৰ চুবুৰিত তেওঁৰেই সকলো ডাক্তৰতকৈ ভাল নাম আছিল। কিন্তু আধা ঘণ্টা মূৰ পুতিও যিটো কথা তেওঁৰ চকুত পৰা নাছিল, আধা মিনিটতে বিধান ৰায়ে সেই কথা ধৰি পেলাইছিল।

এটা কথা এই খিনিতে কোৱা উচিত হ'ব—পেচাবত এচিড্ নাছিল গুণে কাস্ট্ ডিজল্‌ভড্ হোৱাৰ কথা নহয় বুলি ডাক্তৰ ৰায়ে কৈছিল, নে আগত উল্লেখ কৰা যাৰকে কৈছিল খাটাংকৈ মোৰ মনত নাই। ডাক্তৰসকলেহে সেই কথা ক'ব পাৰিব।

যি কি নহওক, ডাঙৰ ডাক্তৰ আৰু সৰু ডাক্তৰৰ মাজত পাৰ্থক্য সম্বন্ধে আৰু এটি ঘটনাৰ কথা মনত পৰিছে। সিও আজি বিয়াল্লিছ বছৰৰ আগৰ ঘটনা।

এবাৰ কলিকতালৈ ফুৰিবলৈ গৈ বাল্যবন্ধু, তথা ভাতৃ, নবীন চাহাবৰ আলহী হৈ মিৰ্জাপুৰ ষ্ট্ৰীটৰ মেচ এটাত কেদিনমান আছিলোঁ। তাতে মোৰ জ্বৰ হ'ল। পঢ়াশলীয়া দিনৰে এজন বন্ধুৱে ডাক্তৰি পৰীক্ষা পাছ কৰি তেতিয়া কেলকেটা মেডিকেল

কলেজত হাউচ চাৰ্জ্জন হৈ আছিল। তেওঁক মতাই অনা হ'ল। তেওঁ দিয়া দৰবজাতিকে খালত জ্বৰ এৰিলে কিন্তু তাৰ পাছৰ তিনি দিন কোষ্ঠকাঠিন্য হৈ কোষ্ঠই লৰচৰকে নকৰা হ'ল। হাউচ চাৰ্জ্জন বন্ধুৱে জুলাপৰ বিধান দিলে। পিছে, জুলাপেও কোষ্ঠক লৰাবকে নোৱাৰিলত 'ডুশ্ব' দিয়াৰ ব্যৱস্থা কৰা হ'ল। ডুশ্ব আগতে কোনো দিনা লৈ পোৱা নাছিলোঁ; ল'বলৈ মই আপত্তি কৰিলোঁ, কিন্তু ডাক্তৰ বন্ধু আৰু চাহাবে মিলি একপ্ৰকাৰ বলেৰেই দি দিলে ডুশ্ব। ফলত বিষম বিভ্ৰাট ঘটিছিল। সেইবিলাক লিখিবলগীয়া কথা নহয়। থোৰতে ক'বলৈ গ'লে ডুশ্বেও কাম নিদিলে।

ডাক্তৰ ৺ভুবনেশ্বৰ বৰুৱা তেতিয়া কিবা কামত গৈ কলিকতাত আছিল। চাহাবে গৈ তেওঁক মাতি আনিলে। আহি পায়ে তেওঁ সুধিলে, "এই কেইদিন পেটত পথ্য কি পৰিছে?" জনালোঁ যে বাৰ্লি পানী আৰু চাগুৰ বাহিৰে পেটত ভাল বস্তু এটোপাকে পৰা নাই। তেতিয়া তেখেতে সুধিলে কিবা খাবৰ মন গৈছে নেকি? গৈছে বুলি কোৱাত তেওঁ গৰম চিঙাৰা, জেলাবী আৰু চাহ অনাবলৈ ফৰ্মাইচ্ দিলে। কেইবাদিনৰ মূৰত বঢ়িয়াকৈ চাহ-জলপান এসাজি খালোঁ। তাৰ পিছত ডাক্তৰ বৰুৱাই সুধিলে, "ৰাতিৰ সাজ কিহেৰে খাবলৈ ভাল পাবা?" মই কলোঁ মাংস-পৰঠা হ'লে বেয়া নহব।

—ভাল কথা; তেনেহলে মাংস পৰঠাকে খাবা; কাইলৈ মই আকৌ খবৰ লম হি।

নিশা ডবলকৈ মাংস-পৰঠা ভক্ষণ কৰা হ'ল। পাছ দিনা পুৱা কোষ্ঠশুদ্ধি স্বাভাৱিক হ'ল। পিছদিনা আহি ডাক্তৰ বৰুৱাই সেই কথা শুনি ক'লে, "পেটত একো নাথাকিলে জুলাপ আৰু ডুশ্বে ক'ৰ-পৰা কিটো বাহিৰ কৰিব?"

যি কি নহওক, এতিয়া ঘাই ঘটনালৈ ঘূৰি যোৱা যাওক। ভাইটিক ইন্‌জেকশ্বনটো দি ডাক্তৰদ্বয় মাজ নিশা গ'লগৈ। সেই নিশাটো ঘৰৰ ঘৰোৱাহঁত পৰ পালি দি বহি থাকিলোহঁক। পুৱা

আঠমান বজাত নাৰ্চে ক'লে ৰোগীৰ অৱস্থা ভাল দেখা নাই ; ডাক্তৰক খবৰ দিয়া ভাল হ'ব। এনেতে ঘটিল এক অভাবনীয় ঘটনা!

সেই সময়ত আমাৰ ঘৰত মোৰ মাহীৰ ল'ৰা, ককাই এজন থকাৰ কথা গুৰিতে কৈছোঁ। তেওঁ অলপ চোৰ্বৰ-বলিয়া বিধৰ মানুহ আছিল। নাৰ্চৰ কথা শুনি দেউতাক তেওঁ ক'লে, "ক'ৰ পৰা ল'ৰা ভাল হ'ব? ইহঁতে সিহ-খুৱাই দিছে।" বৃত্তান্ত কি জানিবলৈ দেউতা উত্ৰাৱল হ'লত কুমজেলেকুৱাৰ গোটেইটো কাহিনী তেওঁ বেকত্ কৰি দিলে।

দেউতাই তেতিয়া "অ" ভঙত গোটেইবোৰে মিলি মোৰ ল'ৰাক মাৰ্ডাৰ কৰিব খুজিছ ইত্যাদি ইত্যাদি" বুলি মোৰ বন্ধু-বান্ধৱ, মেডিকেল কলেজৰ ছাত্ৰ, নাৰ্চ—গোটেইমখাকে গালি-শপনি পাৰি, কি, লিয়েৰে গোজৰাদি গুজৰিবলৈ ধৰিলে। গতি-গোত্ৰই নাটকীয় আকাৰ ল'লত কথাৰ ভাগু ভাঙোতাজনে লাহেকৈ মাত-দিলে, "এইবোৰ চব বাপাইৰ (অৰ্থাৎ এই নিঃকিনৰ) কাম।" তেওঁৰ কথা শুনি দেউতাৰ ভমক দুগুণে চৰিল ; উগ্ৰমূৰ্ত্তি ধৰি ক'লে, "সি তো ভায়েকক বচাবলৈ যেয়ে যি কয় তাকে কৰিব ; তহঁতে মোক এইবোৰ কথা আগতে জনোৱা নাছিলি কিয়, চা—কু?" এম-এচ্-চি ক্লাচৰ ছাত্ৰ আছিল যদিও মোৰ ককাইজনে আৰু এষাৰ মাত দিয়া হ'লেই কিজানি দেউতাই তেওঁক কাণতলীয়া চৰ এপাতকে শোধালেহেঁতেন। পিছে এই কথা স্বীকাৰ নকৰি নোৱাৰোঁ যে ককাইজন ওকৈয়ো তেতিয়া প্ৰতো লগা অৱস্থা হৈছিল অমুকাৰহে।

যি কি নহওক, ভাগো জানিবা এই নাটকীয় সন্ধিক্ষণতে ৺বেজবৰুৱা দেউ, ৺তৰুণৰাম ফুকনক লগত লৈ আমাৰ ঘৰত উপস্থিত হ'লহি। (ফুকন চাহাব কলিকতালৈ গ'লে প্ৰায় ভাগ বেজবৰুৱা ডাঙৰীয়াৰ ঘৰতে আলহী হৈছিল।) তেওঁলোক দুজনক দেখি জানিবা দেউতা ক্ষান্ত হ'ল। এচেণ্ডিং কুমজেলেকুৰাৰ কথা তল পৰিল। অলপ পৰৰ পিছতে বীৰেন ডাক্তৰো আহি ওলালহি। পাল্‌চ-টাল্‌চ চাই তেওঁ মুখত অকণমান হাঁহি বিৰিঙাই ক'লে, "আজকে একটু ইম্‌প্ৰুভ্‌ড্ বলে মনে হোচ্ছে হে ; টেম্পাৰেচাৰ ১০২°।"

সেই দিনাৰপৰা ৰোগীৰ অৱস্থা লাহে লাহে ভালৰ 'পিনলৈ আহিবলৈ ধৰিলে। বেজবেৰুৱাদেৱে আগতে দিয়া দিহা মতে বাকী দুপালি দৰব অৱশ্যে আৰু খুৱাব পৰা নহ'ল। তথাপি বিয়াল্লিছ দিনৰ দিনা জ্বৰ সমূলি নোহোৱা হ'ল। উঠি লৰি ফুৰিব পৰা হ'বলৈ আৰু এমাহমান লাগিল।

পিছে, বিধান ৰায়ৰ ইনজেকশ্বনেই ৰোগীক যমৰ দুৱাৰমুখৰপৰা ওলোটাই আনিলে নে এচেঙিং কুম্‌জেলেকুৰাই আনিলে, সেই সম্বন্ধে আজিলৈকে মোৰ মনত হ'লে অকণমান খুদুৱনি ৰৈ গ'ল।

## ॥ অজাচাৰ ॥

'অভিসাৰ'ৰ প্ৰথম সংখ্যাৰ বাবে যৌন সম্বন্ধীয় এটা প্ৰবন্ধ বিচৰাত, কিনো লিখোঁ কি নিলিখোঁ ভাবি থাকোঁতে বত্ৰিশ বছৰৰ আগৰ ঘটনা এটালৈ মনত পৰিল।

মই তেতিয়া ডেকা ল'ৰা, গাৰো পাহাৰত হাকিমৰ কামত নিযুক্ত। এদিন আগবেলা আদালতত বহি আছো। এনেতে পাঁচ শ মান মতা-মাইকীয়ে হুলস্থূল কৰি আদালত-ঘৰত সোমালহি। এটা বুঢা মানুহক কঁকালত জৰী লগাই সেই অঞ্চলৰ লস্কৰে (অঞ্চল প্ৰধান) মোৰ আগত আনি হাজিৰ কৰিলে। তাৰ বয়স ষাঠিৰ ওপৰ হ'ব, কিন্তু মানুহটো গছাল, গজগজীয়া। তাৰ হাত দুখন পিছফালে বন্ধা আছিল। লগত এজনী বাইশ-তেইশ বছৰীয়া ডাফলী, গা-জিলিকা গাভৰু। শৰীৰৰ আকাৰলৈ চাই বুজা যায় প্ৰসৱ হ'বলৈ সৰহ দিন নাই। গাভৰু বুঢাৰ জীয়েক।

লস্কৰে গোচৰ দিলে যে বাপেকে জীয়েকক গৰ্ভৱতী কৰিছে; সেই কথাৰ বিচাৰ লাগে। ভাৰতীয় দণ্ডবিধি আইনত অজাচাৰৰ (incest) কোনো প্ৰতিবিধান নাই। তেজৰ সম্পৰ্ক থকা নিচেই ওচৰ সম্বন্ধীয়া তিৰোতাৰ, যেনে মাক, বায়েক, ভনীয়েক, জীয়েক আদিৰ লগত অভিগমন কৰা কাৰ্য্যক অজাচাৰ বোলা হয়। যদিও সামাজিক ফালৰপৰা ই অতি ঘৃণনীয় ব্যভিচাৰ, ফৌজদাৰী আইনৰ গণ্ডীৰ ভিতৰত ই নপৰে।

লস্কৰক মই সুধিলোঁ যে ব্ৰিটিচে গাৰো পাহাৰ অধিকাৰ কৰাৰ আগত তেওঁলোকৰ জনজাতীয় আইনমতে এনে অপৰাধৰ বাবে

কি শাস্তি বিহা হৈছিল? লস্কৰে ঘপৰাই উত্তৰ দিলে যে এই অপৰাধৰ শাস্তি মাথোন একেটা—অপৰাধীৰ মূৰ কাটি পেলাব লাগে। আদালতৰ দোভাষীয়েও লস্কৰৰ কথাতে হয় দিলে। বুঢ়াৰ কি ক'ব লগা আছে সুধিলত সি বাহু ডাঙ্গি মাৰি উত্তৰ দিলে যে সেই কাম সি কৰা হয়। ছোৱালীজনীয়েও লাজত মৰোঁ মৰোঁ হৈ আকাৰে-ইঙ্গিতে বুঢ়াৰ কথা সঁচা বুলি জনালে।

মই বিমোৰত পৰিলোঁ। আমাৰ আইনমতে মানুহটোৱে একো অপৰাধ কৰা নাই বুলি তাক এৰি দিলে বাটতে গঞাই হয়তো তাৰ মূৰটো ছিঙিব। অথচ তাক বিচাৰ কৰাৰ অধিকাৰো আইন মতে মোৰ নাই। ভাবি-গুণি মকৰ্দ্দমাটো জিলাৰ বৰ চাহাবলৈ সোপৰ্দ্দ কৰিলো। অসমৰ পৰ্ব্বতীয়া অঞ্চলৰ ইংৰাজ জিলাধিপতি সকলৰ প্ৰতাপ তেতিয়াৰ দিনত অখণ্ড। তেওঁ অকল জিলাৰ বৰ হাকিমেই ( Chief magistrate ) নহয়, প্ৰধান জজো ( District and Sessions Judge )—ফাঁচীৰ আদেশ পৰ্য্যন্ত দিয়াৰ ক্ষমতা-প্ৰাপ্ত। মোৰ চাৰিশবীয়া ইতলাখন পঢ়ি, গুচবীয়া পদকীয়াক একো নোসোধাকৈয়ে বৰ চাহাবে সিদ্ধান্ত কৰিলে যে এই অপৰাধ দণ্ডবিধি আইনৰ ৩৭৭ ধাৰা মতে বিচাৰ্য্য।

সোধ নাই পোছ নাই হাত দুখন বন্ধা অৱস্থাতে মানুহটোক তপিনা মেলাই চকী এখনত আঁঠু কঢ়াই বহুওৱা হ'ল। চাহাবে কনিষ্টবল এটাক আদেশ দিলে গাৰ বল দি বুঢ়াৰ টিকাত সৌকাৰে পোষ্কৰ কোৰ দিবলৈ। সাৰৌপ-সাৰৌপ কোব পৰিল; বুঢ়াই কেঁত-কুঁতকে নকৰিলে। শাস্তি বিহাৰ পাছত তাৰ বান্ধ মোকলাই দিয়া হ'ল। লাজ পাওক চাৰি সি কেইপিনে চাই বিদ্ৰূপৰ হাঁহি এটাহে মাৰিলে; ভাবটো এনে যে মোৰ তইঁতে মূৰ কটোৱাবলৈ আনিছিলি, কিটোনো পালি? দকচি থকা বাইজো শান্ত হ'ল।

দণ্ডবিধি আইনৰ ৩৭৭ ধাৰাত পৰে প্ৰকৃতিৰ নিয়মৰ বিৰুদ্ধে হোৱা যৌন সম্বন্ধ, যেনে পুং-মৈথুন, ছাগ-মৈথুন, গৰুত পতিত হোৱা ইত্যাদি। বুঢ়াৰ অপৰাধ এই ধাৰাত নপৰে। কিন্তু প্ৰতাপী,

সৰ্ব্বজ্ঞ চাহাবক এই কথা বুজাই কোনে ? মই ভাবিলোঁ, বুঢ়াৰ শাস্তিতো হৈ গ'লেই ; এতিয়া আপীল কৰিলেনো বাৰু সি প্ৰতিকাৰ পাব ?

তদুপৰি Whipping act অৰ বিধান মতে কোনো এক আচামীৰ ওপৰত বেত্ৰাঘাতৰ আদেশ দিয়াৰ আগতে তাক ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই চাব লাগে সি বেত্ৰাঘাতৰ কোব সহিব পাৰিবনে নোৱাৰে। পৰ্ব্বতীয়া অঞ্চলত দণ্ডবিধি আৰু কাৰ্য্যবিধি আইন প্ৰচলিত আছিল যদিও তাৰ Spirit হে অনুসৰণ কৰিব লাগে বুলি Rules for administrationএ কৈছিল। গতিকে হাকিম-সকলে আইন-কানুনৰ নিৰ্দ্দেশলৈ বৰকৈ মন-কাণ নিদিছিল। মই ভাবিলোঁ বেতৰ কোবত বঢ়াটো মৰি থকা হ'লেনো বাৰু কি হ'লহেঁতেন ? চাহাব খুনৰ মকৰ্দ্দমাত পৰিলহেঁতেন নেকি ?

মোৰ হাকিমী জীৱনৰ ই এটা অভূতপূৰ্ব্ব অভিজ্ঞতা। এই প্ৰসঙ্গত গাৰো জাতিৰ বিয়াৰ এক অদ্ভুত ৰীতিৰ কথা মনত পৰিছে। গাৰোবিলাকৰ সমাজ খাটীয়াৰ দৰে মাতৃ প্ৰধান ( matriarchal )। মতা মানুহৰ সম্পত্তিৰ অধিকাৰী বা উত্তৰা-ধিকাৰী হোৱাৰ স্বত্ব নাই। মাকৰপৰা সম্পত্তি যায় সৰু জীয়েকলৈ। বিয়াৰ পাছৰপৰা জোঁৱায়েক গৈ শহুৰেক-শাহুৱেকৰ ঘৰত থাকিব লাগে। সৰু জীয়েকৰ গিৰিয়েকক 'নক্ৰম্' বোলা হয়। শাহুৱেকৰ মৃত্যুৰ আগত শহুৰেকৰ মৃত্যু হ'লে 'নক্ৰমে' শাহুৱেকক বিয়া কৰাবলৈ বাধ্য ; নহ'লে তাৰ ঘৈণীয়েকে সম্পত্তি নাপায়। যদি শাহু আই বুঢ়ী আৰু জোঁৱাই ডেকা ল'ৰাও হয়, তথাপি নামত বিয়া কৰালে নচলে ; বিয়াৰ Consummation, অৰ্থাৎ যৌন মিলন সম্পূৰ্ণ হ'ব লাগিব। তেহে সেই জোঁৱায়ে আৰু তাৰ ছোৱালীয়ে ঘৈণীয়েকৰ যোগেদি বুঢ়ীৰ সম্পত্তি ভোগ কৰিব পাৰিব। আমি জনা মতে এনে প্ৰথাৰ প্ৰচলন আন কোনো জাতিৰ মাজত নাই।

অৰুণাচলৰ এজাতি মানুহৰ মাজত আৰু এটা ৰহস্যজনক প্ৰথাৰ প্ৰচলন আছে। বিয়া কৰোৱা ৰুকায়েকে যদি ঘৰৰপৰা জাঁতৰত

ৰাতি কটাবলগীয়া হয়, দেওৰেকে ৰাতি গৈ ন-বোৱৰীকৰ লগত শুব লাগে ; তাকে নকৰিলে ন-বোৱৰীকক অৱজ্ঞা বা অপমান কৰা হয়। এজন হাকিম সতীৰ্থৰ মুখে এই সম্বন্ধে এটা মকৰ্দ্দমাৰ কথা শুনিছিলোঁ। গিৰিয়েক ঢুকোৱাৰ পাছত, ঘৈণীয়েক আৰু দেওৰেকৰ মাজত সম্পত্তি লৈ বিবাদ লাগিল। হাকিমে ক'লে, "বুঢ়া কালত সি তোক চাব : তই কিয় বেলেগ হ'ব খুজিছ ?" তাই উত্তৰ দিলে, "মোৰ গৈ জীয়াই থাকোঁতে সি কেতিয়াবা কেতিয়াবা ভৈয়ামলৈ বেহা-বেপাৰ কৰিবলৈ গৈছিল। তেতিয়া মোৰ দেওৰ এৰাতিৰ বাবেও মোৰ ওচৰলৈ অহা নাছিল। সি আকৌ মোক কি চাব ?"

## ॥ টেলিপেথি ॥

সি মোৰ জীৱনৰ এক অবিস্মৰণীয় নিশা। নগা পৰ্ব্বতত তেতিয়া চাকৰি কৰি আছোঁ। মই তাত গৈ কামত যোগ দিয়াৰ আগৰে-পৰাই নগাইতে বিদ্রোহ আৰম্ভ কৰিছিল। কহিমাৰপৰা ষাঠি মাইল মান পূবে ফেক্ বোলা এটা খৰ ঠাই আছে। সেই অঞ্চলত গোলমাল লগাৰ বাতৰি পাই কেদিনমান আগত এশ চিপাহীৰ এক সশস্ত্র বাহিনীৰ তাত এটা ছাউনি পতা হৈছিল। ফেকলৈ যাবলৈ তেতিয়াৰ দিনত বহুল আলিবাট নাছিল। যুদ্ধৰ সময়ত জীপগাড়ী চলিব পৰাকৈ লুংলুঙীয়া বাট এটা সজোৱা হৈছিল। চৰকাৰী জীপ-গাড়ী সেই বাটেদিয়েই অহা-যোৱা কৰে। আন যানবাহন সেই পিনে নচলে।

ফেক্ অঞ্চলৰ প্রকৃত পৰিস্থিতি নে। কি নিজে গৈ এবাৰ চাবৰ মনেৰে তালৈ ৰওনা দিবলৈ ওলাইছো, এনেতে কহিমাৰ স্কুলৰ শিক্ষক এজনে আহি ক'লে যে ফেকৰপৰা কেইমাইলমান আঁতৰৰ গাওঁ এখনত তেওঁৰ ঘৰ; তাতে তেওৰ পৰিয়াল থাকে, ঘৈণীয়েকৰ টান নৰিয়া, খোজ কাঢ়ি যাবলৈ দুই-তিনি দিন লাগিব, মোৰ জীপগাড়ীতে তেওঁ যাব পাৰিবনে?

জীপগাড়ীত ঠাই আছিল, মোৰ লগতে তেওঁক আহিবলৈ দিলোঁ। সন্ধিয়া পৰত আমি গৈ ফেক্ পালোঁগৈ। শিক্ষকজনে বিদায় লৈ গাওঁমুৱা হৈ খোজ ল'লে। তেওঁৰ গাওঁ আছিল ফেকৰ-পৰা সাত মাইল নিলগত।

শিক্ষকজনৰ গাওঁ যি অঞ্চলত আছিল সেই অঞ্চলতে কেদিনমান

আগত নগা বিদ্ৰোহী আৰু সশস্ত্ৰ বাহিনীৰ মাজত সংঘৰ্ষ ঘটিছিল। পাছদিনা আবেলি সেই অঞ্চললৈ যাবলৈ সাজু হলোঁ।

জেহল আৰু খোয়েল্‌চ নামেৰে দুটা নগা দোভাচী মোৰ লগত আছিল। সিহঁতে মোৰ গা-ৰখীয়া আৰু আলধৰাৰ কামো চলায়। সিহঁতে ক'লে, "চাহাব, পুলিচ লগত লৈ গ'লে গঞাই বৰ বেয়া পায়। পুলিচ নো কিয় লগত লৈ যাব লাগে? আমি দুটা নো কি খাৰ খাবলৈ আছোঁ? আগতে আমাৰ জান মাৰিলেহে তোৰ গাত কোনোবাই হাত দিব পাৰিব। পুলিচ লগত নল'বি। তই গৈ গঞাৰ লগত কথা হ'লেই গঞা ঠাণ্ডা হ'ব।"

দোভাচী দুটাৰ উপদেশ বাণীকে শিৰোধাৰ্য্য কৰি সিহঁত দুটাকে লগত লৈ গাৰঁলৈ খোজ ললোঁ। সন্ধিয়া পৰত গৈ গাওঁ পালোঁগৈ। কাষৰে-পাঁজৰে থকা গাওঁবিলাকৰ গাওঁবুঢ়াহঁত আৰু মুখীয়ালসকল আহি গোট খালেহি। সকলোৰে হাতে হাতে লাওপানীৰ একোটা কলহ আৰু একো টোপোলা গাহৰিৰ মঙহ। তেতিয়া জাৰ কালি। যিটো ঘৰত মোৰ থকাৰ দিহা কৰা হৈছিল তাৰ সমুখতে বৰ একুৰা জুই ধৰোৱা হ'ল। গাহৰিৰ মঙহ জুইত পুৰি পুৰি লাওপানীৰে সৈতে খাই মেলি, ৰং-ধেমালি কৰি গল্প মাৰি থাকোঁতে নিশা দুপৰ হ'ল। টোপনি ধৰা যেন লাগিলত সভা ভঙ্গ কৰা হ'ল।

গাওঁবুঢ়া কিজনৰ লগত কথা-বতৰা হোৱাৰ পিছত সিহঁতক আমাৰ ফলীয়া যেনেই বোধ হ'ল। ভাবিলোঁ সেই অঞ্চলত বিদ্ৰোহীৰ উপদ্ৰৱৰ কথা যিমানকৈ ফুটি-ফাটি ওলাইছিল, দৰাচলতে তেনে উপদ্ৰৱ একো নাই; ৰৌটোকেহে ঢোটো কৰা হৈছিল।

মোৰ বান্ধনিটোৱে খোজ কাঢ়িবলৈ টান পায় গুণে তাক ফেকতে এৰি থৈ আহিছিলোঁ। দোভাচী দুটাইহে বন্ধা-বঢ়া কৰিছিল। সিহঁতে সিজোৱা শোৰৰ-আহুদিকে খাই-বৈ কাতি হ'বলৈ ওলালোঁ। আমি থাকিবলৈ যিটো ঘৰ যতনাই থোৱা হৈছিল সেইটো আছিল গাৰঁৰ পঢ়াশালি। তাৰ আশেপাশে আন ঘৰবাৰী নাছিল। গাওঁখন তাৰপৰা অলপ নিলগত। খোৱা-বোৱাৰ পিছত দোভাচী দুটাই

ক'লে, "চাহাব, গাৱঁত আমাৰ চিনাকি মানুহ আছে ; আমি তাত গৈ থাকিব খুজিছোঁ। তই অকলে থাকিবলৈ বেয়া পাবি নে কি ?"

অকলে থকাৰ কথাটো মই পচন্দ কৰা নাছিলোঁ, কিন্তু সেই কথা নো সিহঁতক ফুটাই কওঁ কেনেকৈ ? ভীতু বিষয়াক নগাই বৰ ঘিণ কৰে। সাতে-পাঁচে ভাবি চাই কলোঁ, "অকণো বেয়া নাপাওঁ ; য'তে মন যায় তাতে তহঁত থাক গৈ।"

টর্চ লাইটটো গাৰুৰ তলতে থৈ বাঁহৰ চাঙত পাৰি থোৱা পাটীত বাগৰ দিলোঁ। লাওপানীৰ নিচাই ৰিম্‌ৰিম্‌কৈ ধৰিছিল। চকু মুদা মাত্রকে টোপনি আহিল।

কিমানপৰ টোপনি গৈছিলোঁ ক'ব নোৱাৰোঁ। বাজত কিবা শব্দ এটা শুনা যেন লাগি সাৰ পালোঁ। নিতাল মাৰি কাণ-পাতি শুনি আছোঁ। অলপ পৰৰ পাছত বাজত কোনোবাই ফুচ্‌ফুচাই কথা পতা যেন লাগিল। ঘৰটোৰ বেৰ আছিল বাঁহৰ গাধৈৰ ; মাটিৰ লেপ নাছিল। সুৰুঙাইদি বাহিৰখন দেখা পোৱা যায়। টর্চ্‌টো জ্বলালোঁ।

টর্চ্ জ্বলোৱা মাত্রকে বাজত দুই-তিনিটা মানুহৰ ভৰিৰ দুপদুপনি শুনা যেন লাগিল। ভয় লাগিবলৈ ধৰিলে। কিছুপৰ বিছনাতে বহি কি নো কথা ভাবি-গুণি থাকিলোঁ। দুঘণ্টামান সময় কিজানি সেইদৰে পাৰ হ'ল। বাজত সাৰ-সুৰ নাই। ঘড়ীটো চাই দেখিলোঁ দুটা বাজিছে। টর্চ্‌টো হাতত লৈ দুৱাৰখন মেলি বাৰান্দালৈ ওলাই গলোঁ।

বাজত জোনৰ ঢকাচমকা পোহৰ আছিল। কেউপিনে ঘূৰি-পকি ক'তো কাকো নেদেখি থিৰ কৰিলোঁ যে কুকুৰ-শিয়াল বা তেনে কিহবাইহে লৰাঢপৰা কৰিছিল ; টোপনিৰ জালতহে মানুহে ফুচ্‌ফুচোৱা যেন শুনিছিলোঁ। তথাপি শুবলৈ যাবলৈ শঙ্কা হ'ল। বাৰান্দাতে টহলি আছোঁ এনেতে ফেকলৈ যোৱা লুংলুঙীয়া বাট-টোৱেদি এদল মানুহ ইস্কুল ঘৰটোৰ পিনে আগুৱাই অহা দেখিলোঁ। এইবাৰ বাৰুকৈয়ে ভয় লাগিল। পিছ মুহূর্ত্তে আকৌ মনত খেলালে যে ওচৰৰ কোনোবা গাঁৱত কিজানি কিবা গোলমাল লাগিছে ; গঞাই তাবে বাতৰি দিবলৈ আহিছে বা।

মানুহৰ দলটো কাষ চাপিলত টৰ্চ্ মাৰি চাই দেখোঁ এদল চিপাহী। মোক দেখি জমাদাৰজনে বেগাবেগিকৈ আগবাঢ়ি আহি চেলাম দিলে। সুধিলোঁ, "এই নিশাখন ক'ৰপৰা ওলালাহি ?" জমাদাৰে ক'লে, "ফেকৰপৰা আহিছোঁ হুজুৰ। মাজনিশা ইন্স্পেকৃটৰ চাহাবে আমাক জগাই তুৰন্তে ডবল মাৰ্চ কৰি ইয়ালৈ আহিবলৈ হুকুম দিলে।" কথাষাৰ শুনি অলপ আচৰিত হলোঁ। ভাবিলোঁ হঠাৎ এই নিশাখন ইন্স্পেকৃটৰেনো কিয় চিপাহীজাক পঠাই দিলে। এইফালে ক'ৰবাত ডাঙৰকৈ কিবা গণ্ডগোল লগাৰ বাতৰি পাইছে নে কি ?

যি কি নহওক চিপাহীজাকক বাৰান্দাতে শুবলৈ কৈ মই আকৌ গৈ বিছনাত পৰিলোঁ। খন্তেকতে টোপনি আহিল। পাছদিনা পুৱা আঠমান বজাত হে সাৰ পালোঁ।

গা-পা ধুই চাহ-জলপান খাই বাজলৈ ওলাই দেখোঁ গাওঁবুঢ়াকে আদি কৰি গঞা আহি গোট খাইছেহি। তাৰ মাজত কহিমাৰপৰা মোৰ লগত অহা শিক্ষকজনক নেদেখিলোঁ। ভাবিলোঁ তেওঁৰ লগত অকলে কথা পাতিলে সেই অঞ্চলৰ পৰিস্থিতি সম্বন্ধে সঠিক বতৰা পোৱা যাব পাৰে। তাকে ভাবি তেওঁক মাতি আনিবলৈ গাওঁবুঢ়াক আদেশ দি, কাৰ কি ওজৰ-আপত্তি আছিল শুনি মেলি, মকৰ্দ্দমা এখনৰ বিচাৰ কৰিবলৈ বহিলোঁ।

দুঘণ্টামানৰ মূৰত গাওঁবুঢ়াই আহি জনালে, মাষ্টৰজন কহিমাত আছে, ঘৰলৈ অহা নাই। মই কলোঁ, "তই কিখন বলকিছ অ' ? পৰহি দিনা মোৰ লগতে সি কহিমাৰপৰা ঘৰলৈ আহিছে। কেনিবা ওলাই গৈছে হ'বলা ; যা বেগেতে বিচাৰি আন গৈ।"

আৰু এঘণ্টামানৰ মূৰত গাওঁবুঢ়াই আহি জনালে যে ফেকলৈ যোৱা বাটৰ দাঁতিত হাবিৰ মাজত মাষ্টৰৰ লাচ্ পোৱা গৈছে। চক্ খাই উঠিলোঁ। ভাবিলোঁ মানুহজনে কহিমাত মাষ্টৰি কৰি পেট পোঁহে ; কোনো দলাদলিৰ মাজত তেওঁ নাই ; তেওঁক নো হঠাৎ কোনে কিয় প্ৰাণে মাৰিলে। বিতংকৈ অনুসন্ধান কৰি,

গাওঁবুঢ়া আৰু গঞাইতক জেৰা কৰি, দোভাচী দুটাক ভিতৰুৱাকৈ সুধি-পুছি বুজিব পাৰিলোঁ যে মোৰ লগত একেখন গাড়ীতে অহা বাবে মাষ্টৰজনক চৰ্কাৰৰ পক্ষৰ চোবাংচোৰা বুলি সন্দেহ কৰি বিদ্ৰোহীহঁতে তাক হত্যা কৰিলে।

বুকুখন চিৰিংকৈ গ'ল। ভাবিলোঁ তেনেহলে মোকো আগনিশা সিহঁতে বধ কৰাৰে পাং পাতিছিল নে কি? দোভাচী দুটাই ছলাহি কৰি হে লগত সশস্ত্ৰ চিপাহী আনিবলৈ হাক দিছিল নে কি? পিছতহে জানিব পাৰিলোঁ যে সিহঁত দুটাৰ তেনে কোনো অসৎ আখিন্দা নাছিল। যি কি নহওক, আগনিশা যে যমৰ দুৱাৰডলি পাইছিলোঁগৈ, সেই সম্বন্ধে আৰু সন্দেহ নৰ'ল।

গাওঁবুঢ়াক মৃতদেহৰ সৎকাৰৰ দিহা-পোহা কৰিবলৈ আদেশ দিলত সি এদো-গেদোখন কৰিবলৈ ধৰিলে। দেখা গ'ল- তাৰ প্ৰাণতো আতঙ্ক উপজিছে। টানকৈ ডাবি দিলতহে মানুহ-দুনুহ গোটাই মেলি সি সেই কামলৈ আগ বাঢ়িছিল।

মকৰ্দ্দমাৰ বিচাৰ সাং কৰি দুপৰীয়া বেলিকা ফেকমুৰা হৈ খোজ ললোঁ। আবেলি পৰত ফেকত উপস্থিত হৈ কিয়নো হঠাৎ মাজনিশা ইনস্পেক্‌টৰৰ চিপাহী পঠাবৰ মন গ'ল বুলি তেওঁক সোধাত ক'লে, "চাৰ, সপোনেই নে দিঠকেই সঠিককৈ মই ক'ব নোৱাৰোঁ, মাজ নিশা ঘপ্ কৰে সাৰ পাই মোৰ মনত ঘোৰ শঙ্কা জাগিল যে আপুনি কিবা ডাঙৰ বিপদত পৰিছে; তুৰন্তে সাহায্য পঠোৱা দৰ্কাৰ।"

ঠিক কেইটা বজাত তেওঁৰ মনত তেনে শঙ্কা জন্মিছিল ক'ব পাৰিবনে বুলি সোধাত ক'লে, "হয়, পাৰিম; সাৰ পায়ে মই ঘড়ীটো চাইছিলোঁ। ঠিক তেতিয়া বাৰ বাজিছে।" হিচাপ কৰি চাই পালোঁ ঠিক সেই সময়তে বাজত শব্দ শুনি সাৰ পাই মোৰ ভয় লাগিবলৈ ধৰিছিল।

সেই ক্ষণত মোৰ মনত ওপজা ভাবে তেনেহলে গৈ ইনস্পেক্‌টৰৰ অবচেতন মনত খুন্দিয়ালে গৈ নে কি? টেলিপেথি বোলা যি

ৰহস্য সম্বন্ধে বৈজ্ঞানিক মহলত আজিকালি গভীৰ গৱেষণা চলিছে, ই সেই ৰহস্যৰে এটি দৃষ্টান্ত নে কি ?

প্ৰায় এনে ধৰণৰ আৰু এটি ঘটনা মোৰ জীৱনত এবাৰ ঘটিছিল। মোৰ এজন ককাইদেউৰ ( দদাইদেউৰ ল'ৰা ) মোলৈ বৰ মৰম আছিল। ময়ো তেওঁক বৰ ভাল পাইছিলোঁ। মই সেই সময়ত চাকৰি কৰি আছোঁ ডিব্ৰুগড়ত। ককাইদেউজনৰ তেতিয়া টান নৰিয়া। তেওঁ আছিল যোৰহাটত। এদিন নিশা টোপনিৰপৰা সাৰ পাই দেখোঁ তেওঁ মোৰ বিছনাৰ দাঁতিতে থিয় দি আছে। "নিশাখন হঠাৎ ক'ৰপৰা ওলালাহি" বুলি সুধি আঠুৱাৰ তলৰপৰা মুখখন উলিয়াই চাওঁতেই তেওঁ অদৃশ্য হ'ল। সপোন দেখিছিলোঁ বুলি ভাবি শুই থাকিলোঁ। দুদিন পিছত তেওঁৰ মৃত্যুৰ বাতৰি পালোঁ। যি ক্ষণত তেওঁক মোৰ বিছনাৰ কাষত দেখিছিলোঁ, কাঁটাক-কাঁটাই সেই ক্ষণতে তেওঁৰ মৃত্যু ঘটিছিল।

কিছুদিন আগত Readers' Digestত এনে ধৰণৰ এক ঘটনা সম্বন্ধে এটি প্ৰবন্ধ পঢ়িছিলোঁ। আমেৰিকাৰ এখন হাস্পাতালত এগৰাকী মহিলাই তেওঁৰ কোঠাৰপৰা দুৱাৰমুখলৈ আহি, আন এগৰাকী মহিলাক নিজৰ কোঠাৰ দুৱাৰমুখলৈ ওলোৱা দেখিলে। দেখিয়েই হঠাৎ তেওঁৰ মনত ভাৱ জাগিল যে সিগৰাকী মহিলাৰ গিৰিয়েক ঠিক সেই ক্ষণত ভিয়েতনামত যুদ্ধত নিহত হৈছে। এই আচম্বিত অনুভূতিৰ কথা তেওঁ তেতিয়াই দুই-চাৰিক কৈছিল। পিছদিনা সঁচাকৈয়ে সিগৰাকী মহিলাৰ গিৰিয়েকৰ মৃত্যুৰ বাতৰি আহিল। বিজাই চালত দেখা গ'ল যে যি ক্ষণত মহিলা গৰাকীৰ মনলৈ সেই ভাৱ আহিছিল ঠিক সেই ক্ষণতে সিগৰাকী মহিলাৰ গিৰিয়েকে প্ৰাণ হেৰুৱাইছিল।

প্ৰকৃতিৰ নিয়মবিৰুদ্ধ, অস্বাভাৱিক এনেবোৰ ঘটনা ঐশিক শক্তিৰ বিকাশ নে অলৌকিক প্ৰহেলিকা ? সুবিখ্যাত প্ৰৱীণ জাৰ্মান পেৰাচাইকলজিষ্ট্ হান্স্ বেণ্ডাৰৰ মতে এনেবিলাক ঘটনা অস্বাভাৱিক নহয়, সম্পূৰ্ণ স্বাভাৱিক সত্য ঘটনা। বিশ্বব্ৰহ্মাণ্ডৰ আন

আন অগণন ৰহস্যৰ দৰে এনে ধৰণৰ ৰহস্যবো সম্ভেদ বিজ্ঞানে এতিয়াও পোৱা নাই গুণেহে আমি তেনে ধৰণৰ ঘটনাক অসম্ভৱ বুলি সন্দেহ কৰোঁ। বিজ্ঞানে এদিন এনেবোৰ ৰহস্যৰ ভেদ ভাঙিবগৈ।

নবেল বঁটা লাভ কৰোঁতা ফৰাচী বিজ্ঞানী এলেক্সি কেৰেলেও তেওঁৰ L'homme qui est inconnu (লম কি এ তেকঁন্ন্যু = Man the unknown) বোলা পুথিত সেই কথাকে কৈছে।

## । অবিশ্বাস্য ॥

তেইছ বছৰ আগৰ ঘটনা। মোৰ ভাগিনী ছোৱালী এজনীক তেজপুৰৰ ষড়ানন ঠাকুৰ বোলা এজনে বিয়া কৰাইছে। বাতৰি পালোঁ বোলে ষড়াননৰ মাকক কেনচাৰ ৰোগে পালে। কেনচাৰক আমাৰ ভাষাত খেনোৱে বোলে এন্দুৰীয়া, খেনোৱে বোলে কৰ্কট ৰোগ। কোনটো নাম শুদ্ধ ক'ব নোৱাৰোঁ। যি কি নহওক, অলপ দিনৰ পাছতে আকৌ শুনিবলৈ পালোঁ ৰোগ ভাল হ'ল, ভাগিনীৰ শাহুৱেক সম্পূৰ্ণ সুস্থ। বাতৰিটো পাই আচৰিত হলোঁ। ঘটনা নো প্ৰকৃততে কি হৈছিল জানিবলৈ কৌতূহল হ'ল। কৌতূহল নিবাৰণ কৰিবলৈ তেজপুৰ পালোঁগৈ।

ষড়াননহঁতৰ ঘৰ হলেশ্বৰত। তাৰ দেৱালয়ৰ তেওঁলোক পূজাৰী। তালৈ গৈ পোনছাটে ষড়াননৰ মাককে প্ৰশ্ন কৰা আৰম্ভ কৰিলোঁ। দেহৰ কোন ঠাইত তেওঁৰ কেন্‌চাৰ হৈছিল বুলি সুধিলত তেখেতে দেখোন ওৰণিখন অলপ টানি মুখখন একতীয়া কৰিলে। দ্বিতীয় বাৰ মই একে প্ৰশ্নকে কৰাত লাহেকৈ ক'লে, "গুহ্যদ্বাৰত।"

তাৰ পাছত কিনো হৈছিল, কেনেকৈনো ভাল হ'ল বুলি সোধাত তেখেতে অসুখৰ আৰু আৰোগ্যলাভৰ যি বিতং বিৱৰণ দিলে, তাকে হুবহু তলত তুলি দিলোঁ :—

পোনতে অকণমানি টেমুনা এটি উঠি, লাহে লাহে সি ডাঙৰ হৈ আহিবলৈ আৰু বিষাবলৈ ধৰিলে। ক্ৰমে বিষ বাঢ়ি গ'লত

ডাক্তৰক দেখুওৱা হ'ল। ডাক্তৰে 'মেলিক্‌নেট্‌' (malignant) নে কিবা এটা বুলি ক'লে। তেতিয়া মোক হাস্পাতাললৈ নিলে। তাত মোক কাটিলে কুটিলে। একোতে একো নহ'ল। ভাল হোৱাৰ আশা নাই বুলি ডাক্তৰে ৰায় দিলত ঘৰলৈ লৈ আহিল। মোৰ গাৰ তলভাগ গেলি-পচি উৰলি যাবলৈ ধৰিলে। গাৰ গোন্ধত সাতখন বিলৰ মাছ মৰাৰ লেখিয়া কথা হ'ল। বোলে :

চন্দৰতে চন্দৰী ওঁঠত লাগিল সেন্দুৰ,
গাৰ গোন্ধত মৰি গ'ল ওঠৰটা এন্দুৰ।

নিজৰ গাৰ গোন্ধত নিজেই বিকল হোৱাৰ অৱস্থা। নাকত সোপা নিদিয়াকৈ কোনো মোৰ কোঠাত সোমাব নোৱৰা হ'ল। খাব-ব'বও নোৱৰা হলোঁ। লৰচৰ কৰাৰ শক্তি ৰহিত হ'ল। পিছলৈ পানী এটোপাও পেটলৈ নসৰকা হ'ল। মুখৰ মাতো হৰিল। পাটীত পৰি কেলেপ-কেলেপ কৰি থকা জীৱটো উলিয়াই নিবলৈ ঈশ্বৰক খিয়াই থাকোঁ।

জ্ঞান হ'লে মোৰ সম্পূৰ্ণ আছিল। মনত আছে সেইদিনা শনিবাৰ, অমাৱস্যা তিথি। পুৱা বেলাতে মোক বাহিৰলৈ উলিওৱাৰ যো-যা কৰাৰ, আৰু খৰি-খেৰৰ দিহা কৰাৰ কথা কোৱা-মেলা কৰা মই বৰিয়াকৈ শুনিবলৈ পাইছিলোঁ। এনেতে ঈশ্বৰৰ কি ইচ্ছা ক'ব নোৱাৰোঁ, ক'ৰবাৰপৰা জপৰামূৰীয়া, জলধা, ঘুটমুটীয়া মানুহ এটা ওলালহি। সি মোক এবাৰ চাব খুজিলে। চাইচিতি বাপুক (ষড়াননক) ক'লে, "কৰ্কট ৰোগ। মই তুপালি ঔষধ দি চাব খোজোঁ।" হেনেও মৰিম, তেনেও মৰিম, কোনেও ওজৰ-আপত্তি নুলিয়ালে।

মানুহটোৱে হাবিলৈ গৈ গছৰ পাত, শিয়া আদি কেতবোৰ বস্তু গোটাই আনি, সিজাই, তাৰ ৰস এটোপা মোক খাবলৈ দিলে। দৰৰ পালি খাই দিয়া মাত্ৰকে মই অজ্ঞান হলোঁ। মাজনিশা চেতন পালত বৰ পিয়াহ লাগিল। পানী বিচাৰি ঠাৰ দিবলৈ গৈ গম

পালেঁা যে মই মুখেৰে মাতিব পৰা হৈছোঁ। পানী খাওঁ বুলি ক'লত পানী আনি দিলে। এঘটি পানী গক্ গক্কৈ পি পেলালোঁ। মানুহটোৱে তেতিয়া আৰু এপালি দৰব দিলত মোৰ লালকাল টৌপনি আহিল।

পুৱা সাৰ পালত মোৰ দাৰুণ ভোক লাগিল। ভাত খাব খুজিলোঁ। শাকৰ আঞ্জাৰে ভাত দিলে। একাঁহী ভাত পেটলৈ পঠিয়ালোঁ। মানুহটোৱে ক'লে আৰু দৰব খাব নালাগে; লাহে লাহে এনেয়ে ভাল হৈ আহিব। বিশ্বাস কৰিব, এমাহৰ মূৰত মই উঠি লৰি ফুৰিব পৰা হলোঁ।"

পূজাৰী গৃহিণীৰ কাহিনীৰ অন্ত পৰিলত মই ষড়াননক সুধিলোঁ, পিছে মানুহটো ক'লৈ গ'ল। ষড়াননে ক'লে, ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে। গোটেইখন তন্ন তন্নকৈ বিচাৰি ক'তো আৰু তাক পোৱা নগ'ল। সেই ঘটনাৰ আগত তেজপুৰ অঞ্চলত কোনেও কাহানিও তাক দেখা নাছিল, পিছতো দেখা নাই।

মই কলোঁ, "ছেঃ! জগতৰ শিৰফুটা বিজ্ঞানীসকলে ৰাতি-দিন গৱেষণা কৰিও আজিলৈকে কেন্‌চাৰৰ প্ৰতিবিধান উলিয়াব পৰা নাই। দুপালি দৰব খুৱাই মানুহটোৱে কেন্‌চাৰ ভাল কৰিলে; তাক নো তোমালোকে ধৰি ৰাখিব নোপোৱানে? এই ঘটনাৰ বাতৰি পোৱা হ'লে দেখোন ইউৰোপ আমেৰিকাৰ মহা মহা বিদগ্ধ মনীষীসকল আহি ইয়াত ঠাহ খালেহিহেঁতেন।"

ষড়াননে ক'লে বহুত বিচৰা হ'ল; মানুহটোক পোৱা নগ'ল।

কথাবোৰ মোৰ মনত নোসোমাল। কৌতূহল নিবাৰণাৰ্থে যিজন ডাক্তৰে পূজাৰী গৃহিণীক চিকিৎসা কৰা বুলি কৈছিল, তেওঁৰ ওচৰ পালোঁগৈ। ডাক্তৰেও ক'লে কথাটো সঁচা বুলি। মই সুধিলোঁ, "কেনচাৰ বুলি আপোনালোক নিঃসন্দেহে হৈছিল জানো?" তেওঁ ক'লে, "কেন্‌চাৰ বুলি অকল ময়েতো ডায়েগনচিচ্ কৰা নাছিলোঁ; আন কেইবাজন ডাক্তৰেও কৰিছিল।" তেওঁৰ কথাও

মোৰ বিশ্বাস নহ'ল। তথাপি, বাহিৰলৈ উলিয়াবলৈ লোৱা মানুহ এগৰাকীক সেই ৰহস্যপূৰ্ণ মানুহটিয়ে তুপালি বন দৰব খুৱাই যদি সঁচাকৈয়ে নিৰাময় কৰিলে, তেনেহলে সিও তো এক অত্যাশ্চৰ্য্য বিষয়।

অবিশ্বাস্য।

আকৌ ভাবিলোঁ, হ'বও পাৰে ;

There are more things in heaven and
earth, Horatio
Than are dreamt of in your philosophy.

## ॥ অবিস্মৰণীয় ॥

ভাৰতত উপনিবেশ স্থাপনৰ চেষ্টাৰ হেতু লৈ ১৭শ শতিকাত ফৰাচী আৰু ইংৰাজৰ মাজত যি সংঘৰ্ষ ঘটে, লেথাৰিলগা যুদ্ধ-বিগ্ৰহৰ পিছত অৱশেষত সেই সংঘৰ্ষত ইংৰাজৰ জয় হয় আৰু ভাৰতবৰ্ষ তেওঁলোকৰ অধীনলৈ আহে। সন্ধিৰ চুক্তি মতে ফৰাচীহঁতে ভাৰতত পাঁচ ডুখৰি মাথোন সৰু সৰু ঠাইৰ ওপৰতহে দখল ৰাখিব পাৰিলে। সেই কেডুখৰি ঠাই আছিল চন্দননগৰ, পণ্ডিচেৰি, কাৰিকাল, ইয়ানাও আৰু মাহে। এই কেডুখৰি ঠাইকে লৈ গঠিত হ'ল ঔপনিবেশিক ফৰাচী-ভাৰত। ১৯৫৪ চনত ফৰাচী চৰকাৰে এই কিডোখৰ ঠাইৰ আধিপত্য স্বাধীন ভাৰতক শান্তিপূৰ্ণভাৱে এৰি দিয়ে।

১৯৫৮ চনত ইণ্ডোচীনৰ আন্তৰ্জাতিক শান্তি আয়োগৰপৰা (International Control Commission) বিদায় লৈ আহি আৰব্য সাগৰৰ উপকূলত, মালাবাৰত অৱস্থিত, আগতে ফৰাচী-ভাৰতৰ অন্তৰ্গত 'মাহে' বোলা ঠাই ডুখৰিৰ 'এডমিনিষ্ট্ৰেটৰ' (শাসক) হিচাপে মই তেতিয়া কাম কৰি আছোঁ। মাহে এখনি মনোৰম অকণমানি চহৰ। মোৰ থকা ঘৰটো সাগৰত লগ লগা; সাগৰৰপৰা চালে জাহাজখন যেন হে লাগে। দীঘেদি ঘৰটোৰ সমানে এফাল সাগৰৰ মাজতে। সেইফালৰ বিস্তীৰ্ণ বাৰান্দাখন সাগৰৰ ঢৌৱে মাজে মাজে ঢৌৱাই যায়হি। তাতে বহি কজলা সাগৰৰ ঢৌ লেখি লেখি দিগন্তৰ ফাললৈ চাই নানান ভাবনা ভাবি থাকিবলৈ বৰ ভাল লাগিছিল।

এই অঞ্চলত উপকূলৰ কাষে কাষে সাগৰ বাম যদিও তাত পানীৰ তলেদি বোৱা প্ৰৱল সোঁত (under current) থকাৰ

কাৰণে সচৰাচৰ কোনেও তাত সাঁতুৰিবলৈ বা গা ধুবলৈ নাযায়। বহুদিনৰ মূৰত সাগৰ দেখি ঢৌৰ ওপৰে ওপৰে বগাৰৰ কিন্তু মোৰ বৰ মন গ'ল। মোৰ সহকৰ্ম্মীসকলৰ পৰামৰ্শ, সতৰ্কবাণী কাণত নুতুলি মই নিতৌ ৰাতিপুৱা সাগৰত গা ধুবলৈ যাওঁ। কেতিয়াবা চিলনী-সাঁতোৰ দি, কেতিয়াবা আকৌ এনেয়ে ওপৰমূৱা হৈ ঢৌত ওপঙি ওপঙি এঘণ্টা দেৰঘণ্টা সময় কটাই দিওঁ। সাগৰৰ শীতল পানীয়ে দেহ-মন জুৰ কৰাৰ পাছত ঘৰলৈ উলটি আহোঁ।

এনেকৈ দিনৌ গৈ মই সাগৰত সাঁতোৰোঁ। এদিন ভৰত্বপৰীয়া টিকা ফটা ৰ'দ, সো সো কৰে বতাহ ৰলিছে, মই আপোনমনে উদাসপ্ৰাণে আকাশলৈ চাই চাই আকাশ-পাতাল গুণি-গাথি নানা ভাবনাত বিভোৰ হৈ ঢৌৰ ওপৰে ওপৰে ওপঙি ফুৰিছোঁ। বাহিৰে সাগৰৰ ঢৌৱে আৰু মনৰ ভিতৰত ভাবনাৰ ঢৌৱে উখল-মাখল লগাই আছে। এনেতে হঠাতে মোৰ মনৰ ভিতৰত এটি অতি হিংস্ৰ ভাব জাগি উঠিল। সৰ্ব্বান্তঃকৰণেৰে বিশ্বাস কৰা এজন বন্ধুৱে এসময়ত মোৰ প্ৰতি ঘোৰ বিশ্বাসঘাটকতা কৰিছিল। তাৰ প্ৰতিশোধ তেতিয়ালৈকে সম্পূৰ্ণৰূপে ল'ব পৰা নাই। হঠাৎ সেই কথা মনত পৰি মোৰ মগজ গৰম হৈ উঠিল। কি উপায়েৰে কেনে প্ৰণালীৰে উপযুক্ত সময়ত সেই বিশ্বাসঘাটকতাৰ উপযুক্ত প্ৰতিশোধ ল'ম, সেই সম্বন্ধে নানান নীচ ধৰণৰ উপায় মনৰ ভিতৰত পাঙিবলৈ আৰম্ভ কৰিছোঁ এনেতে মোৰ ঠেং দুটাত ধৰি কিহবাই মোক পানীৰ তললৈ টানি লৈ যাবলৈ চেষ্টা কৰাৰ উমান পালোঁ। লুটিবাগৰ মাৰি সাঁতুৰিবলৈ চেষ্টা কৰি দেখোঁ এহাতো মই আগুৱাব নোৱাৰোঁ। সাগৰৰ পাৰৰ বালিৰপৰা মই তেতিয়া তিনি শ ফুটমান দূৰত। প্ৰাণটাকি পাৰৰ ফালে সাঁতুৰি যাবলৈ চেষ্টা চলালোঁ। কিন্তু কিবা এক দুৰ্ব্বাৰ শক্তিয়ে মোক তললৈ টানি নিয়াৰ চেষ্টা কোনো ৰকমে ব্যৰ্থ কৰিব নোৱৰা হলোঁ। সেই শক্তিৰ লগত টনা-আঁজোৰা কৰি কৰি মই ভাগৰি পৰিলোঁ ; হাত-ভৰি লাহে লাহে অৱশ হৈ আহিল। আৰু সৰহ পৰ যে যুদ্ধ চলাব নোৱাৰিম বুজিলোঁ। লাহে লাহে হৃদয়ঙ্গম হ'বলৈ ধৰিলে যে মোৰ আৰু

ৰক্ষা নাই ; মোৰ জীৱনৰ শেষ মুহূৰ্ত্ত সমুখত উপস্থিত। নিমিষতে মোৰ জীৱনৰ গোটেইটো অতীতৰ ছবি মোৰ চকুৰ আগত ভাহি উঠিল। চাৰিওফালে চকু ফুৰাই চাই দেখোঁ ক'তো জন-মনুষ্য এটিও নাই ; পানীতো নাই, পাৰতো নাই। পানীৰ তললৈ যাওঁ যাওঁ এনে অৱস্থাত শেষ বাৰলৈ এবাৰ চেষ্টা দি চাওঁ বুলি প্ৰাণটাকি চিঞৰ এটা মাৰিলোঁ। প্ৰতিধ্বনি দূৰত গৈ মাৰ গৈছে এনেতে দেখোন মোৰ পৰা ত্ৰিছ হাত মান দূৰত ঢৌৰ মাজৰপৰা আবিৰ্ভাৱ হ'ল এখনি সৰু নাও, বাই আহিছে কুৰি বছৰীয়ামান এটি ল'ৰাই। ল'ৰাটোৱে নাও বাই অহা দীঘল বাঁহৰ এটা মূৰ মোৰ ফাললৈ দলি মাৰি দিলে। বুৰোঁ বুৰোঁ হওঁতে কোনো মতে বাঁহৰ মূৰটোত থাপ মাৰি ধৰিলোঁ। ভালদৰে ধৰিবলৈকো মোৰ গাত তেতিয়া শকতি নাই। নাওখন ওচৰ চপাই বাঁহটোৰ সিটো মূৰে ধৰি টানি টানি নাৱবীয়া মাছমৰা ল'ৰাটোৱে মোক লাহে লাহে নি নাৱত উঠালে। অৱশ হৈ মই লাং খাই পৰি গলোঁ। পাৰ নি পোৱাই ল'ৰাটোৱে লৰ মাৰি গৈ ঘৰৰপৰা গৰম গাখীৰ এবাটি আনি মোক খাবলৈ দিলে। এঘণ্টা মানৰ মূৰত গালৈ অলপ বল অহা যেন পাই লাহে লাহে ঘৰমুৱা হলোঁ। আৰব সাগৰত সাঁতোৰাৰ পৰ্ব্ব সেইদিনাৰপৰা অস্ত পৰিল।

এই ঘটনাটি মোৰ জীৱনত চিৰস্মৰণীয় এই কাৰণে যে সেই দিনাৰপৰাই মই ভালদৰে উপলব্ধি কৰিলোঁ যে মানৱ জীৱন প্ৰকৃততেই কচুপাতৰ পানীৰ নিচিনা—এই আছে, এই নাই। এচাটি বতাহ আহি পাতটো লৰাই দিলেই পানীৰ টোপাল সৰি পৰে। যি অদৃশ্য মহাশক্তিয়ে কোটি কোটি বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি, পালন আৰু সংহাৰ কৰে, সেই শক্তিয়েই মানুহৰ ভাগ্যৰো অধিপতি। সেই শক্তিয়েই এজনক পৰ্ব্বতৰ ওখ টিঙলৈ তুলি ক্ষন্তেকতে নমাই নি সাগৰৰ অতল তলিত নি পেলাব পাৰে। সংসাৰ নিয়তিৰ এক অপূৰ্ব্ব, মায়াময় লীলা। এইবোৰ কথা ভাবিলে মনত পৰে ল'ৰাকালিতে দেখা মুকুন্দ দাসৰ যাত্ৰাৰ এটি গান :

এসেছ লেংটা যাইবে লেংটা
মাঝখানে কেন গণ্ডগোল ॥

## ।। ৰুকুণী ।।

মানুহৰ জীৱনত দুখ আৰু সুখ বোলে ৰাতি আৰু দিনৰ লেখিয়া বস্তু। আজি সুখ, কালিলৈ দুখ, তাৰ পাছদিনা আকৌ সুখ— এই-দৰেই বোলে মানুহৰ জীৱন চলে। পিছে, একো একোজনৰ গোটেই জীৱনটো দুখৰ মাজেদিয়েই কিয় পাৰ হয়, সুখৰ মুখ কাহানিও দেখিবলৈ নাপায় কিয়, ভাবি আগগুৰি নাপাওঁ। জন্মৰ ক্ষণত নক্ষত্ৰ-বিলাকে কোন কোন স্থানত অৱস্থান কৰে, সঁচাকৈয়ে সেয়ে—কিছু পৰিমাণে হ'লেও—মানুহৰ জীৱনৰ গতি নিৰ্ণয় কৰে নে কি ক'ব নোৱাৰি।

ৰুকুণী ( অৰ্থাৎ ৰুক্মিণী ) বাইৰ লগত চিনাকি হ'বৰ সৰহ দিন হোৱা নাই ; এবছৰমান হে হৈছে। ৰুকুণীৰ বয়স ষাঠি মান হ'ব। তেওঁৰ নাম ৰুক্মিণী যদিও, লগা-ভগাসকলে বগী বুলিহে মাতে। বগী নামটোনো কেনেকৈ পালে সোধাত ক'লে, "সৰুতে গাৰ বৰণ বগা আছিল ; সেইবাবে লোকে বগী বুলি মাতিছিল। বগী, বগী কৰোঁতে বগী নামটোৱেই বৈ গ'ল।" এতিয়া অৱশ্যে বগীৰ গাৰ বৰণ বগা নহয় ; ক'লী নহ'লেও বগী এতিয়া শাঁও-বৰণীয়াহে।

এবছৰ মানৰ আগত ৰুকুণী বুঢ়ী এদিন আমাৰ ঘৰত ওলালহি। চেহেৰালৈ চাই বুজা গ'ল বুঢ়ী কিবা দুঃচিন্তাত পৰিহে ওলাইছেহি। কি নো হৈছে সোধাত মোৰ ঘৈণীৰ আগত ক'লে, "এ নক'ব আই মোৰ বিলৈৰ কথা। একেটা ল'ৰা, সিও বলিয়া হ'ল। তাক তেজপুৰলৈ পঠাব লাগে ; আপোনাৰ মটৰখনেৰে মৰিয়নিত থোৱাই দিব পৰা হ'বনে বাৰু ?"

মই সুধিলোঁ, “ল’ৰাটো কিমান ডাঙৰ ?”

—এস্, ডেকা আকৌ ; মিটিক্ পাছ।

—তাক কোনে নি তেজপুৰত থ’ব গৈ ?

—দদায়েক আৰু ওচৰচুবুৰীয়া এজন যাব ; লগতে ময়ো যাম।

—সি নো কেনে ধৰণৰ বলিয়ালি কৰে ?

—এ নক’ব দেউতা, সি দা লৈ বাপেকক কাটিবলৈ যায়।

—সি বাপেকক দেখিব নোৱাৰে নে কি ?

—নোৱাৰে তোন আকৌ। বাপেকৰ লগত তাৰ চকুৱে চকুৱে নপৰে। বাপেকক দেখিলেই তাৰ বলিয়া জমকটো উঠে। গঞাই কৈছে তেজপুৰত নি কেইমাহমান থ’লে বোলে ভাল হৈ আহিব।

ধৰি-বান্ধি নি বুঢ়ীয়ে পুতেকক তেজপুৰত থৈ আহিল। চাৰি মাহমানৰ মূৰত আমাক বাতৰি দিলেহি বোলে ল’ৰা ভাল হৈ তেজ-পুৰৰপৰা উলটি আহিছে। বুঢ়ীয়ে মোক ক’লে, “দেউতা, এতিয়া কাম-কাজৰ কিবা এটা সা-সুবিধা কৰি দি তাৰ গতি লগাব লাগে।”

যোৰহাটত বন্ধু এজনে তেওঁৰ দোকানত কাম কৰিবলৈ অলপ লিখিব-পঢ়িব জনা ল’ৰা এটা বিচাৰিছিল। তালৈকে বুঢ়ীৰ ল’ৰাটোক পঠোৱাৰ দিহা কৰিলোঁ। এদিন পুৱাবেলাতে মালমতং লৈ মাকৰ লগত ল’ৰাটো আমাৰ ঘৰত ওলালহি। তাৰ কথা-বতৰা আৰু চকুৰ পাকলৈ চাই তাৰ মগজ চাফ্ হোৱা নাই যেন লাগিল। তথাপি ভাবিলোঁ কাম-কাজত লাগিলে হয়তো ভাল হৈ যাব।

বন্ধুৰ দোকানৰ ঠিকনাটো তাৰ হাতত দি বাচত যাবলৈ আৰু দিহা-পোহা নলগালৈকে খাবলৈ-বৰলৈ দহ টকাৰ নোট এখন দিলোঁ। তাক বাচত তুলি দিবলৈ বুঢ়ী তাৰ লগত তিনি আলিলৈকে গ’ল।

দুপৰীয়া পৰত মুখখন ক’লা কৰি বুঢ়ী আকৌ ওলালহি ; ক’লে, “দেউতা, জহনীত যোৱাটো নগ’ল। পাঁচটা টকা খৰচ কৰি ঘৰলৈ উলটি আহিল। পাঁচটা টকা মোক ঘূৰাই আনি দিলেহি। এয়া ধৰক। মোৰ গাই এজনী আছে ; আধেৰ গাখীৰ দিয়ে। আপোনাসকলক গাখীৰ যোগাই বাকী পাঁচ টকাৰ মই ধাৰ

মাৰিম। হৃতচিৰী হোৱাই বোলে যোৰহাটত চাকৰি কৰিবলৈ নাযায় নকৰে নালাগে কৰিব। মোৰ নিজৰ নামত মাটি দুবিঘা আছে তাতে খেতি-বাতি কৰিলেও হয়; তাকো আকৌ নকৰে নহয়।"

মই কলোঁ, "তাক দেখিয়েই তাৰ মগজৰ বিকাৰ ভাল নাই হোৱা বুলি মোৰ সন্দেহ হৈছিল। আজিকালি বাপেকক কাটিবলৈ যায় নে নাযায়?"

—তেজপুৰৰপৰা ঘূৰি আহি তেনেবোৰ কাম হওঁতে কৰা নাই; পিছে আকৌ কৰিবলৈনো কেত পৰ লাগিছে?

—বাপেকৰ ওপৰত নো তাৰ খংটো কিহৰ?

—এ দেউতা, সেইবোৰ ভালেমান কথা। সেইবোৰ কথা শুনিবলৈ জানো আপোনালোকে ভাল পাব?

—বেয়া নাপাওঁ; কোৱাচোন বাৰু, শুনোঁ।

—দেউতা মই ভাল ঘৰৰ জীয়ৰী। মোৰ দশাখন হে বেয়া। মোৰ বোপাই মালভোগ ৰবাৰ ঘৰৰ; আইয়ো বাপুৰাম শইকীয়াৰ জীয়েক। নাম শুনিব পায়।

মই একো নমতা দেখি বুঢ়ীয়ে সুধিলে, "নাই শুনা নে কি?"

মই কলোঁ, "নুশুনিলেও বাৰু বুজিছোঁ; কৈ যোৱা চোন তোমাৰ কথাবোৰ।"

বুঢ়ীয়ে আকৌ ক'বলৈ ধৰিলে: "গাভৰু কালত মই ৰূপহী আছিলোঁ আকৌ; এতিয়াহে মৰকেলেপ হলোঁ। কুমলীয়াতে বৰ-হোলাৰ ফালৰ ভাল ঘৰ এখনলৈকে মোক দিছিল। পিছে মোৰ কপালে নাটিলে। ল'ৰা-দামুৰি এটা হোৱাৰ পিছতে গিৰিহঁত মৰি থাকিল। মই বোপাইৰ ঘৰলৈ গুচি আহিলোঁ। ককাক বুঢ়ীমাকে ল'ৰাটো আনিবলৈ নিদিলে। তাক তাতে এৰি থৈ আহিলোঁ। এবছৰৰ পাছত মোক আকৌ সাধু গাৱঁৰ এতিয়াৰ মতাটোলৈ দিলে। দুজনী ছোৱালী আৰু বলিয়া ল'ৰাটো হ'ল। ছোৱালী দুয়োজনী উলিয়াই দিলোঁ। সৰুজনী ছোৱালী ফলঙনিত ভাল ঘৰতে পৰিছে। ছোৱালী উলিয়াই দিয়াৰ পাছত বুঢ়াৰ আন এজনী তিৰোতাত মন

খালে। ল'ৰাটো সৰুৰেপৰা পঁয়ালগা আছিল। ল'ৰাৰ বাপেকে মোক ক'লে, "ল'ৰাটোৰে সৈতে তই গৈ ফলঙনিত জীয়েৰৰ ঘৰত কিছুদিন থাকগৈ। ইয়াত থাকিলে ল'ৰাৰ গা ভাল নহ'ব।"

"মতাই মোৰ লগত ছল কৰা বুলি ধৰিব পৰা নাছিলোঁ। তাৰ মতলব্ আছিল সুকীয়া। মই ল'ৰাটো লৈ ফলঙনিলৈ যোৱাৰ পাছতে সি সিজনী মাইকীক আনি ঘৰ সুমুৱালেহি।

"ফলঙনিত দুবছৰ থাকিলোঁ। ল'ৰাৰো গা ভালৰ ফাললৈ আহিল। জী-জোঁৱাইৰ ডিঙিত ওলমি নো কিমান দিন থাকোঁ? ল'ৰাটো লৈ আকৌ গাওঁ পালোঁহি। পিছে, মতাই তেতিয়া মোক ঘৰত সোমাবলৈ নিদিয়া হ'ল। কি কৰিম? বোপাই তাৰ আগতে কেতিয়াবাই মৰি শ'লাগুৰি পালেগৈ। উপায়ন্তৰ নেদেখি ল'ৰাটো বাপেকৰ লগত এৰি ককাই-ভাইৰ লগত থাকিবলৈ মৰলুৱা পালোঁগৈ। ছমাহমান তাত থাকিলোঁ। তাতো বৌ-বোৱাৰীহঁতে তিতা-কেঁহা দিবলৈ ধৰিলে। তাৰপৰা আকৌ গাৱঁলৈ গুচি আহিলোঁ। মতাটো এইবাৰ জানিবা অলপ কুমলিল। মাটি দুবিঘা মোৰ নামত পট্টা কৰি দিলে। বেলেগে থাকিবলৈ জুপুৰি ঘৰ এডুখৰিও সজোৱাই দিলে। ল'ৰাটোৰে সৈতে তাতে মই থাকিবলৈ ললোঁ। ল'ৰা অলপ বুজন হোৱাৰেপৰা ল'ৰাৰে বাপেকৰে চকুৱে চকুৱে নপৰা হ'ল। এতিয়া ল'ৰা ডেকা হৈ আকৌ মোক এইখন বিয়া দেখুৱাইছে। কি নো কৰিম দেউতা, মোৰ দশাখনেই বেয়া।"

নিজৰ জীৱন-কাহিনী গাই মেলি বুঢ়ী সেইদিনা গ'লগৈ। দুমাহ-মানৰ মূৰত আকৌ ওলালহি। সেইদিনা বুঢ়ীৰ মনটো ভাল যেন দেখিলোঁ; মুখত হাঁহি। মোৰ ঘৈণীক ক'লে, "আই, ল'ৰাটোৰ বিয়া পাতিছোঁ। বিয়াৰ দিনা মটৰখন হ'লে দিব লাগিব।"

আমি কলোঁ, "তোমাৰ ল'ৰাৰ মগজৰ ঠিক নাই; খেতি-বাতিও নকৰে; চাকৰিও নকৰে; সি ঘৈণীয়েকক পুঁহিব কেনেকৈ? এইখন তুমি কি কৰিবলৈ ওলাইছাঁ?"

—নহয় আই, গঞাই কৈছে বিয়া কৰাই দিলেই সি চিধা হ'ব। বিয়াখনকে পাতি দি চাওঁচোন।

—বিয়া পাতিবলৈ তোমাৰ ধন-বিত আছে জানো?

—ধন-বিত নাই; মাগি-খুজি কিবা এটা কৰিম।

বুঢ়াক সেই কামৰপৰা নিবৃত্ত কৰিবলৈ আমি ভালেখিনি চেষ্টা দি চালোঁ, পিছে একোৱে গুণ নিদিলে; বুঢ়ীয়ে পুতেকৰ বিয়া পাতিহে এৰিলে। বিয়াৰ পিছত বোৱাৰীয়েকক আনি আমাক দেখুৱালেহি। কলীমলী ঢেপেচী কেঁৰী ছোৱালী। কেঁৰীও কেঁৰী আও কেঁৰী। সেইটো দৰালৈ নো ভাল ছোৱালী কোনে দিব? সেইজনীকে যে পালে তাকো বহুত বুলিলোঁ।

দুদিনমানৰ মূৰত বুঢ়া আকৌ ওলালহি। সেইদিনা চকুত পানী। কি হ'ল? ঘৈণীয়েকৰ কথা শুনি পুতেকে বুঢ়াক মাৰকিল কৰিবলৈ ধৰিছে। বুঢ়ীক শোকে খুন্দা মাৰি ধৰিলে; মুখেদি মাত নোলোৱা হ'ল। দুধাৰি চকুলোৱে অন্তৰৰ কথা ক'লে।

তাৰ পাছৰপৰা চাৰি মাইল বাট খোজ কাঢ়ি বুঢ়া প্ৰায়েই ওলায়হি। চেহেৰা দেখিয়েই মনৰ অৱস্থা বুজিব পাৰি। নিজৰ দুখৰ কথা পৰাপক্ষত বুঢ়ীয়ে ফুটাই নকয়। বাৰান্দাতে নিমাত হৈ বহি থাকে। চাহপানী এটোপা পালে ভাল পায়। মোক সোধে, "দেউতা, আপোনাৰ পানী খোৱাৰ পৰ হোৱা নাই নে? আপুনি খালে লগতে ময়ো এটুপি পাওঁ বা?"

এদিনাখন বুঢ়ীয়ে ক'লেহি, ল'ৰাই বুঢ়াক বৰকৈ মাৰকিল কৰিবলৈ লৈছে; পো-বোৱাৰীৰ লগত একেলগে থকা বুঢ়ীৰ পক্ষে অসম্ভৱ কথা হৈ উঠিছে। হুমুনিয়াহ এটা পেলাই ক'লে, "কি নো কৰোঁ ভাবি আগগুৰিকে নোপোৱা হৈছোঁ। মোৰ মগজটোৱে কামকে নকৰা হ'ল।"

মই সুধিলোঁ, "আগৰ গিৰিইতৰ ফালৰ তোমাৰ ল'ৰাটো বৰহোলাৰ ফালে কেনিবা আছে বুলি কৈছিলা নহয়; সিহঁতৰ অৱস্থা কেনেকুৱা?"

—সিহঁত ভাতে-ভঁৰালে খোৱা মানুহ আকৌ।

—সিহঁতৰ লগতে গৈ নাথাকাঁ কিয় ?

—সিহঁতে হওঁতে থাকিবলৈ দিব ; সেই কথা মই জানোঁ। পিছে সিহঁতৰ লগা-ভগাবোৰে আৰু গঞাই ক'ব কি ?

—কি ক'ব নো ?

–বুলিব, কেঁচুৱাতে পেলাই থৈ গুচি গৈছিল ; এতিয়ানো কোনখন মুখেৰে ইয়াত পাত পাৰিবলৈ আহিছ। তালৈ নো কেনেকৈ যাওঁ, দেউতা ?

—তেনেহলে জী-জোঁৱাইৰ লগতে থাকাঁ গৈ।

—ছোৱালীহঁতৰ শহুৰেক-শাহুৱেকহঁত আছে। সিহঁতৰ তলতীয়া হৈ নো মই কেনেকৈ থাকোঁগৈ, কওকচোন। মোক খাবলৈ দিবলগীয়া হ'লে জানোচা মোৰ জীক লঘোনে থয় ?

—কোনো পিনে উপায়েই নাই।

—নাই তোন আকৌ। পো-বোৱাৰীৰ কিল খোৱা মোৰ কপালত লিখা আছে। মাৰকিল খাই তাতে পৰি থাকিব লাগিব। কপালৰ লিখন কোনে খণ্ডাব ?

কেদিনমানৰ মূৰত বুঢ়ীয়ে এদিন ক'লেহি, "এইবাৰ পোৱে বোৱাৰীক বাংপিটা দিলে। বোৱাৰী ভাগি বাপেকৰ ঘৰ পালেগৈ। কালি কিলাই ভুকুৱাই মোক সাং কৰিলে ; গাৰ বিষত নিশাটো চকু জাপ নাখালে। ঘৈণীয়েকক মই আনি দিব লাগে ; নহ'লে বোলে মোক শুদাই নেৰে। সি মাৰি কিলাই ঘৈণীয়েকক খেদিব ; এতিয়া মই আকৌ আনি দিব লাগে। কেনেকৈ মই আনি দিওঁ ?"

কিছুপৰ কিবা ভাবিগুণি নিতাল মাৰি বহি থাকি বুঢ়ীয়ে মোক ক'লে, "দেউতা, মোৰ উপকাৰ এটা কৰক।"

—কি উপকাৰ ?

—গঞাই কৈছে ভাল বেজে পালে ল'ৰাটোক একেদিনাই ভাল কৰিব। ভাল চাই বেজ এজন মোক বিচৰাই অনাই দিয়ক।

—বেজ্‌টেজ্‌ সেইবোৰ মই চিনি নাপাওঁ। বেজ আনি দিব মই নোৱাৰিম। তুমি নিজেই বেজ্‌ বিচাৰি ওলোৱাঁ।

—এৰা, তেনেহলে নিজেই বিচাৰি যাব লাগিব।

হেমন্তকাল পাৰ হ'ল ; জাৰ আহিল। এদিন দুপৰীয়া ৰ'দ পুৱাই আগফালৰ বাৰান্দাতে বহি আছোঁ। এনেতে দেখিলোঁ এছাৰি এডাল হাতত লৈ আগে আগে গাইগৰু এজনী আৰু দমৰা পোৱালি এটা খেদি, পিঠিত বৰ টোপোলা এটা লৈ ৰুকুণী বাই আহি ওলাইছেহি। গৰুজনী আগফালৰ ঘাঁহনিত এৰাল দি, টোপোলাটো মাটিত থৈ, "কৃষ্ণ" বুলি ভাগৰ পলোৱা হুমুনিয়াহ এটা পেলাই বাৰান্দাতে লেপেটা কাঢ়ি বহি, বুঢ়ীয়ে সুধিলে, "আই ক'ত ?"

মই কলোঁ, আই জীয়েকক চাবলৈ কলিকতালৈ গ'ল। তাৰপৰা আহি সৰু জীয়েকৰ ঘৰত কেদিনমান থাকিব। এমাহ মানৰ মূৰতহে ঘূৰিব।"

—এহ্ বালক্ ; মই আকৌ আইক লগ পাওঁ বুলিহে আহিলোঁ।

—এমাহৰ পিছত আহিবাঁ।

—এমাহৰ পিছত-টিছত নহয়, দেউতা। মই ইয়াতে থাকিম বুলিহে আহিছো। কিমান আৰু মাৰ কিল সহিম? মোক খাবলৈ-ববলৈ একো দিব নালাগে ; খুজি-মাগি খাম। আপোনাৰ বাৰীতে গৰুজনী এৰাল দিবলৈ, আৰু বাৰান্দাৰ এচুকতে নিশাটো মোক পৰি থাকিবলৈ দিলেই হ'ব।

মই কলোঁ, "তুমি নো খুজি-মাগি খাব লাগে কিয় ? তোমাৰ ছবিঘা মাটি আছে নহয়। ধানকিটা চপোৱাৰ দিহা নকৰা কিয় ?"

ধানকিটা মই আনিলে পো-বোৱাৰীয়ে কি খাব ?

—পো-বোৱাৰীয়ে তোমাক মাৰি কিলাই খেদি দিছে। তোমাৰ দেখোন নিজৰ পেটৰ চিন্তাতকৈ পো-বোৱাৰীৰ চিন্তাটোহে আকৌ ডাঙৰ হ'ল। এইটোনো কেনে ধৰণৰ কথা ?

—নহয় দেউতা, মই খুজি-মাগিও খাব পাৰিম। বুঢ়ী মানুহ বুলি সকলোৱে এমুঠি দিব। ধানকিটা লৈ আহিলে সিহঁতহাল নাখাই মৰিব।

বুঢ়ীলৈ মোৰ শ্ৰদ্ধা হ'ল। ভাবিলোঁ, মাকৰ মৰম সঁচাকৈয়ে কি আচৰিত বস্তু। সুধিলোঁ, "বোৱাৰীয়েৰা তেনেহলে উলটি আহিল ?"

—নাই অহা আকৌ। সি আজি ঘৈণীয়েকক আনিবলৈ শহুৰেকৰ ঘৰলৈ গৈছে। সেই ছেগতেহে মই পলাই আহিলোঁ আকৌ। সি ঘৰত থাকিলে গৰুজনী ক'ত আনিবলৈ দিব ?

কথাটো মই ভাল পোৱা নাছিলোঁ; কলোঁ, "গিৰিহঁতনী ঘৰত নাই। ইয়াত তোমাৰ থকা-মেলাৰ দিহা-পোহা কোনে কৰি দিব ? এমাহমান চকু-কাণ মুদি তাতে থাকাঁগৈ। তোমাৰ আই আহিলে আহিবা। তেওঁ কি ব্যৱস্থা কৰে কৰিব।"

বুঢ়ীয়ে নামানিলে ; ক'লে, "বাৰু, আই আহি যদি মোক খেদাই দিয়ে, মই গুচি যাম। আই নহালৈকে মোক ইয়াত থাকিবলৈ দিব লাগিব।"

অগত্যা বুঢ়ী থকাৰ দিহা-পোহা কৰিব লগীয়া হ'ল। পিছদিনা দোকমোকালিতে গাটো ধুই, চাহপানী এটুপি ধৰি, বুঢ়ী গাওঁ ফুৰিবলৈ ওলাল। মোক ক'লে, "দেউতা, মই গাওঁ ফুৰোঁগৈ ; গধূলিকৈহে উলটিম।"

—কোন পিনেনো গাওঁ ফুৰিবা গৈ ?

—বেজ এটা বিচাৰোঁ গৈ আকৌ। লগতে চাউল এমুঠিৰো যোগাৰ কৰিব লাগিব। গাইজনীয়ে আধেৰ গাখীৰ দিয়ে। গাখীৰ বেচি নিমখতেলৰ খৰচটো উলিয়াব পাৰিম।

তেতিয়াৰপৰা ৰুকুণী বাই আমাৰ ইয়াতে আছে। প্ৰত্যূষতে গা ধুই, চাহপানী এবাটি খাই নিতৌ বেজ বিচাৰি ওলাই যায়। দিনটো লঘোন দি গধূলি বেলিকা চাউলৰ অকণমানি টোপোলা এটি হাতত লৈ ঘৰ সোমায়হি।

## ॥ গোলাপ ॥

কেইই বছৰ মানৰ আগত এবাৰ দিল্লীলৈ ফুৰিবলৈ গৈছিলোঁ। আসাম হাউচত গৈ আছিলোঁ। জয় মুখী নামেৰে এজন বেৰিষ্টাৰৰ লগত ইণ্ডচীনত একেলগে কাম কৰিছিলোঁ। ইণ্ডচীনৰ আন্তৰ্জাতিক কমিচনত ভাৰতীয় সঁজাতী দলৰ তেওঁ আছিল 'লিগেল এডভাইজাৰ', অৰ্থাৎ আইন বিষয়ক উপদেষ্টা। ইণ্ডচীনত কামৰ-পৰা অৱসৰ লৈ তেওঁ তেতিয়া চুপ্ৰীম কোৰ্টত ওকালতি কৰিছে। ইণ্ডচীনত থাকোঁতে আমাৰ বন্ধুত্ব হৈছিল।

এদিন মুখীয়ে মোক সান্ধ্য ভোজনলৈ আমন্ত্ৰণ জনালে। ইণ্ডচীনত আমাৰ লগত কাম কৰা পৰৰাষ্ট্ৰ দফ্তৰৰ এজন বিষয়া তেতিয়া ব্ৰেজিলত ভাৰতীয় ৰাষ্ট্ৰদূত হৈ আছিল। কিবা সকামত তেতিয়া দিল্লীলৈ আহিছিল। তেওঁ, মাৰ্কিনী দূতাবাসৰ প্ৰথম সচিব পেটাৰ্চন আৰু চুপ্ৰীম কোৰ্টৰ দুজন বেৰিষ্টাৰো সেইদিনাৰ সান্ধ্য ভোজনলৈ আহিছিল।

খোৱা-বোৱাৰ পাছত আমি কফি, ব্ৰেণ্ডি আৰু চিগাৰ লৈ বহিলোঁ। মহিলাসকল আন এটা কোঠাত গৈ বহিল। নানান কথাৰ মাজত সেই কৌটিকলীয়া, অথচ চিৰ নতুন, প্ৰেমৰ প্ৰসঙ্গ ওলাল। পেটাৰ্চনে ক'লে, "যৌৱনৰ যৌন কামনাকে কবিত্ব কৰি আমি প্ৰেম নাম দিছোঁ। পেটৰ ভোকৰ দৰে প্ৰেমো ইন্দ্ৰিয়ৰ এবিধ ভোকৰ বাহিৰে আন একো নহয়—যাক বোলে যৌৱনক্ষুধা। ভোক গুচিলেই প্ৰেমৰো অন্ত পৰে। ডেকা কালত হে মানুহ প্ৰেমত পৰে; বয়সীয়া মানুহ কেইজনক নো প্ৰেমত পৰা দেখিছা ?"

ব্রেজিলৰ ৰাষ্ট্রদূত বেনার্জীয়ে তেতিয়া মাত দিলে : "মই হ'লে সেই মত সমর্থন কৰিব নোৱাৰোঁ। প্রেম আৰু যৌনক্ষুধা দুটা সম্পূর্ণ বেলেগ বস্তু। প্রেমত পৰাৰ কোনো নির্দিষ্ট বয়স নাই। সত্তৰ বছৰ বয়সত ফ্রাউলাইন উলৰিখ ফন লেভেট্‌চাওৰ প্রেমত পৰি বিশ্বকবি গোটে বলিয়া হৈছিল। ফৰাচী মন্ত্ৰী ৰিশ্বেলিউ আশী বছৰ বয়সত উদভ্রান্ত প্রেমত পৰিছিল। যৌনক্ষুধা সাময়িক বস্তু, প্রেম চিৰস্থায়ী।"

মুখীয়ে ক'লে, "বঙালী ইমশ্বনেল জাতি। ভাত-মাছৰ লগৰ কথাতো তোমালোকে একোটা ইমশ্বনেল টাচ্‌ দিবলৈ বিচাৰাঁ। মই পেটার্চনেৰে সৈতে এক মত—যাক প্রেম বোলা হয়, সি সম্পূর্ণ এক দৈহিক উন্মাদনা ; আত্মাৰ লগত তাৰ কোনো সম্বন্ধ নাই।"

বেনার্জীয়ে তেতিয়া ক'লে, "মোৰ বয়স এতিয়া বাৱন্ন। জানাই তো আজি বহু বছৰৰপৰা মই ববলা। কেই বছৰ মানৰ আগতে মোৰ এক অদ্ভুত অভিজ্ঞতা হৈছিল ; মোৰ প্ৰাণত এক অনির্বচনীয় অনুভূতি জাগিছিল। তাক প্রেমেই বুলিম নে কি বুলিম ক'ব নোৱাৰোঁ, কিন্তু বিশ্বাস কৰিবা, তাৰ মাজত যৌনলিপ্সাৰ গোন্ধ-ভাপো নাছিল।"

মুখীয়ে ক'লে, "কোৱাঁচোন বাৰু, তোমাৰ অভিজ্ঞতাৰ কথাকে শুনা যাওক।"

বেনার্জীয়ে তেতিয়া ক'বলৈ ধৰিলে : "ইণ্ডচীনত থাকোঁতেই এই ঘটনা ঘটিছিল। তেওঁৰ লগত প্রথম দেখা মার্কিনী দূতাবাসৰ এটা ৰিচেপ্‌শ্বনত। বিস্তীর্ণ অভ্যর্থনা কক্ষ বৈদ্যুতিক শ্বাদেলিয়াৰৰ পোহৰত জ্বলমলাই আছে। দুজন বিশিষ্ট ডিপ্লমেটৰ লগত তেওঁ আহি তাত সোমাল—এটি দীর্ঘকায়, কৃশাঙ্গী, সুন্দৰী, গৌৰী। গাৰ বৰণ গোলাপী ; চাল-চলনত যেন এগৰাকী সম্রাজ্ঞী। পিন্ধনত আছিল এখন আকাশী ৰঙৰ শাৰী ; চুলিতাৰ যেন ইচ্ছা কৰিয়েই অলপ আউলি-জাউলি কৰি থৈছিল। তেওঁক এটি গোলাপ যেন লাগিল— জীর্ণ, শুষ্ক গোলাপ। গোলাপৰ লেখিয়া মুখখনিত এটি ৰহস্যপূর্ণ

ট্ৰেজেডিৰ ছাঁ। চকুত কিবা এক উদাস, বেপৰোৱা ভাব। তেওঁক দেখিয়েই এনে লাগিল যেন তেনে এটি বস্তু আগতে ক'তো কাহানিও মই দেখা নাছিলোঁ; আন সকলো তিৰোতাতকৈ তেওঁ বেলেগ।

"এসপ্তাহমানৰ পিছত তেওঁলোকৰ এম্বেচিত পাৰ্টি আছিল। পূৰাদমে তাত শ্বেম্পেন্ চলিছে। আনবিলাক মানুহৰপৰা অলপ নিলগত তেওঁ চুক এটাত অকলে বহি আছিল। লাহে লাহে তেওঁৰ কাষ চাপি নিজৰ চিনাকি দিলোঁ, 'মই অমুক'। উত্তৰ দিলে, 'মই জানো'। এই প্ৰথম তেওঁৰ মাত শুনিবলৈ পালোঁ—কি যে মৌ বৰষা মাত! দুটি শব্দ উচ্চাৰণ কৰিয়েই তেওঁ মোক তেনেই আপোন যেন কৰি পেলালে। কিছুপৰ কথা-বতৰা পাতি যেতিয়া আঁতৰি আহিলোঁ, তেতিয়া প্ৰাণত এক তৃপ্তি অনুভৱ কৰিলোঁ।

"তাৰ-এপষৰ পিছত আকৌ দেখাদেখি হ'ল তেওঁলোকৰ ৰাষ্ট্ৰদূতৰ ভিল্লাত। চাইগঁৰ প্ৰায় গোটেইটো ডিপ্লমেটিক ক'ৰ সেইদিনা তাত উপস্থিত আছিল। উপাদেয় খাদ্য আৰু পানীয়ৰ উপৰিও নাচ-গানৰ আয়োজন কৰা হৈছিল। পাৰ্টি বেছ জমিছিল। সেই পাৰ্টিতে তেওঁৰ এক বান্ধৱীৰ মুখে শুনিবলৈ পালোঁ তেওঁৰ জীৱনৰ ট্ৰেজেডিৰ কথা। নিশা বাৰ বজাত—পাৰ্টি তেতিয়াও চলিয়েই আছিল—তেওঁ মোৰ কাষলৈ আহি সুমধুৰ মাতেৰে ক'লে, "শুনিছোঁ বোলে আপুনি বৰ ভাল ভাল গল্প জানে; দুই-এটা কওকচোন, শুনোঁ।" অলপ সময়ৰ ভিতৰতে এজনক আপোন কৰি লোৱাৰ তেওঁৰ এক আচৰিত ক্ষমতা আছিল। মই দুই-চাৰিটা টেঁটুকুটি কথা কোৱাৰ পিছত আমাৰ মাজত যি একণ সঙ্কোচৰ ভাব আছিল সিও আঁতৰি গ'ল। দুয়োৰো মাজত সৌহাৰ্দ্য স্থাপন হ'ল।

"তাৰপিছত সেই নিশাই, তেওঁৰ লগত নাচোঁতে তেওঁ হঠাৎ ক'লে যে তেওঁৰ গিৰিয়েকৰ বিৰুদ্ধে তেওঁ ডিভৰ্চৰ মকৰ্দমা তৰিছে। হঠাৎ কিয় মোক এই কথা কোৱাৰ আৱশ্যকতা বোধ কৰিলে, বুজিব নোৱাৰিলোঁ। মই আৰু মোৰ এজন বন্ধু সেই নিশা সকলোতকৈ শেষত পাৰ্টি এৰিছিলোঁ। বিদায় ল'বৰ সময়ত তেওঁৰ হাত এখনত

ধৰিলোঁ। তেওঁ টানি নিয়াৰ চেষ্টা নকৰিলে। মোৰ অন্তৰৰ মাজত কোনোবাই যেন ক'লে, 'এৰেঁই তোমাৰ নিয়তি।'

"কেদিনমানলৈ সকলো সময়ত তেওঁৰ কথা মনত পৰিবলৈ ধৰিলে। ভাবি পোৱা নাছিলোঁ কেনেকৈ কোনোবা ইমান সুন্দৰ, ইমান মিঠা এটি বস্তুৰ প্ৰতি নিষ্ঠুৰ হ'ব পাৰে। শক্তি থকা হ'লে মানুহটোক (অৰ্থাৎ তেওঁৰ গিৰিয়েকক) তুমাৰমান কিজানি মাৰিয়েই দিলোঁ-হেঁতেন।

"তাৰ পিছত হঠাৎ এদিন পুৱা বেলা তেওঁ মোৰ অফিচত ওলালহি। অপ্ৰত্যাশিতভাৱে তেওঁক মোৰ কোঠাত পাই কিমান যে ভাল লাগিছিল কি ক'ম? ভালেমান পৰ গল্প কৰিলোঁ; নানান প্ৰসঙ্গৰ আলোচনা হ'ল—জ্যোতিষ, সাহিত্য ইত্যাদি। কথা-বতৰা পাতি বুজিলোঁ যে তৰুণী বুদ্ধিমতী। সকলো বিষয়কে স্বাধীন ভাবে, আত্ম-বিশ্বাসেৰে আলোচনা কৰিব পাৰে—যি গুণটো সৰহ ভাগ তিৰোতাৰ মাজত পোৱা নাযায়। এই পাহি সুকোমল ফুলৰ মাজত এনে শক্তি, এনে জ্ঞান আশা কৰিব পৰা নাছিলোঁ।

"তাৰ পাছৰপৰা প্ৰায় নিতৌ তেওঁ মোৰ অফিচলৈ আহে আৰু যাবৰ পৰত এৰি থৈ যায় মাধুৰ্য্য, সুৰুচিৰ এক মৃদু সৌৰভ।

"লাহে লাহে অনুভৱ কৰিলোঁ যে সেই সুকোমল, সুন্দৰ জীৱটিয়ে মোৰ মনৰ ওপৰত বেছ প্ৰভাৱ বিস্তাৰ কৰি বহিছে। কোনোবা দিনা তেওঁ নাহিলে মনটো মৰি যায়—যেন সেই দিনটো বিফলে গ'ল। এই প্ৰৱল আকৰ্ষণৰ গুৰি ক'ত ফঁহিয়াই চাবলৈ চেষ্টা কৰিলোঁ। কাৰণ বহু বছৰৰ আগত এবাৰ হে মাথোন নাৰীৰ প্ৰতি মই এনে আকৰ্ষণ অনুভৱ কৰিছিলোঁ। যৌৱন পুৱাৰ সেই আকৰ্ষণ আছিল বেলেগ ধৰণৰ। এই বাৰৰ এই আকৰ্ষণ যেন আত্মাই আত্মাক জনোৱা আহ্বান। মনক বুজাবলৈ চেষ্টা কৰিলোঁ যে হয়তো মোৰ ছোৱালীৰ লগত তেওঁৰ কিবা সাদৃশ্য আছে। কেদিনমানৰ পিছত এটা পাৰ্টিত তেওঁক সেই কথাটো কলোঁ। সেইদিনা তেওঁ এখন বগা শাৰী পিন্ধি আহিছিল। সেই সাজত তেওঁক এটি পৰীৰ নিচিনা লাগিছিল। সেই কাৰণেই

বোধকৰোঁ তুলনাটো কৰি পেলালোঁ। মোৰ কথা বিশ্বাস কৰিলেনে নাই বুজিব নোৱাৰিলোঁ।

"সৰহ দিন মনক ভুৰুকিয়াব নোৱাৰিলোঁ। এটি সুবিদিত ৰোগৰ প্ৰথম লক্ষণবোৰে দেখা দিবলৈ ধৰিলে। ভোক আৰু টোপনি কমি আহিল; সকলো সময়তে তেওঁৰ কথা ভাবি থাকিবলৈ ভাল লগা হ'ল। এনে সময়তে বাতৰি ওলাল যে তুমাহমানৰ ভিতৰতে তেওঁ দেশলৈ উলটি যাব। এই বাতৰি মোৰ মানত নিয়তিৰে এপাত শেল যেন বোধ হ'ল।

"তাৰ পিছত আকৌ যিদিনা তেওঁ মোৰ অফিচলৈ আহিল, সেই দিনা কলোঁ, 'তুমি গুচি যাবা গৈ।' কথাষাৰ কোৱাৰ লগে লগে মোৰ চকুযোৰ ঢুলঢুলীয়া হোৱা বুলি গম পালোঁ।

"তেতিয়াৰপৰা কামত আৰু মন নবহা হ'ল। নিশা টোপনি নাহে। কল্পনাৰ সাগৰত তেওঁক লৈ উটি ফুৰোঁ। কল্পনাতে তেওঁৰ চকুৰ পতাৰপৰা গুলপীয়া ভৰিৰ আঙুলি কেইটালৈকে অপূৰ্ব সেই দেহটিৰ অঙ্গে অঙ্গে চুমাৰ ৰেখা আঁকি দিওঁ। পৰীৰ তুল্য তেওঁৰ কাল্পনিক ছবিখনিয়ে দিনে-নিশাই মোক যাতনা দিবলৈ ধৰিলে, অথচ কাকো এই বিষয়ে এষাৰ কথাও ফুটাই ক'ব নোৱাৰোঁ; তেওঁকতো নোৱাৰোঁৱেই। ভাবিলোঁ তেওঁক কৈ নো কি লাভ হ'ব? তেওঁৰ-পৰা তো মই একো আশা কৰিব নোৱাৰোঁ। মোৰ কথা শুনি হয়তো হাঁহিব, বিদ্ৰূপ কৰিব। মিছাতে কিয় অপমানিত হ'বলৈ যাওঁ? কেইদিনমানৰ পিছত তেওঁতো যাবগৈয়ে। এই কেইটা দিন নীৰৱ বেদনা মনৰ মাজত পুঁহি থাকোঁ; তাৰ পাছত আপোনা-আপুনি সি মনতে বিলীন হ'ব। পিছে তেওঁৰ প্ৰতি মোৰ মনৰ ভাব সম্বন্ধে একো নজনাকৈয়ে তেওঁ গুচি যাব, সেই কথাটো ভাবিহে বেয়া লাগিছিল।

"সেই সময়ত মই এখন সৰু উপন্যাস লিখি শেষ কৰিছিলোঁ। মাহেকীয়া আলোচনীত ধাৰাবাহিক ৰূপে গল্পটো ওলাই আছিল— প্ৰেমৰ গল্প। তেওঁ গল্পটো পঢ়ি ভাল পাইছিল। সেই কথা

মোক কৈছিল। এদিনাখন এটা ডিনাৰ পাৰ্টিত তেওঁক কলোঁ, 'মোক এবেৰা অনুগ্ৰহ দেখুৱাবাঁনে ?' অলপ উৎকণ্ঠিত হোৱা যেন হৈ সুধিলে, 'কি অনুগ্ৰহ ?' কিবা অন্যায় আৱদাৰ কৰিম বুলি বোধকৰোঁ সন্দেহ কৰিছিল। যেতিয়া কলোঁ, 'মোৰ গল্পটো কিতাপৰ আকাৰত ওলালে কিতাপখন তোমাৰ নামত উচৰ্গা কৰিব খোজোঁ।' তেতিয়া এটি স্বস্তিৰ নিশ্বাস পেলাই ক'লে, 'সঁচাকৈয়ে মোৰ প্ৰতি ইমান এটা ডাঙৰ অনুগ্ৰহ দেখুৱাব খুজিছাঁনে ? মই কৃতজ্ঞতা অনুভৱ কৰিছোঁ।' মোৰ অনুৰোধৰ অন্তৰালত কি মনোভাব আছিল বুজিব পাৰিলেনে নাই ক'ব নোৱাৰোঁ, কিন্তু তাৰ পাছৰপৰা আমাৰ দুয়োৰো মাজৰ বন্ধুত্বৰ ভাব আৰু দৃঢ় হ'ল।

"তেওঁলোকৰ আসন্ন বিদায় উপলক্ষে ক্ষণে ক্ষণে পাৰ্টি হৈছিল। এটা ডাঙৰ পাৰ্টিত তেওঁ আহি মোৰ কাষত বহি নানান প্ৰসঙ্গৰ অৱতাৰণা কৰিলে। পাৰ্টিবোৰত মই সদায় তেওঁৰপৰা আঁতৰি থাকিবলৈ চেষ্টা কৰিছিলোঁ, কাৰণ মন কৰিছিলোঁ মই তেওঁৰ কাষত গৈ বহিলেই সকলোৱে আমাৰ পিনে চোৱা-চুই কৰিবলৈ ধৰে। তদুপৰি সেই ঠাইৰ ভাৰতীয় দলৰ সৰ্বোচ্চ বিষয়াৰ ভাগিনীয়েকক মই আত্মসাৎ কৰাৰ চেষ্টাত আছোঁ বুলি লোকে ভাবিব পাৰে; সেই শঙ্কাত সেই বিষয়ে সাৱধানে চলিছিলোঁ। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেও বহু সময়ত তেওঁৰ সান্নিধ্যৰপৰা নিজক আঁতৰাই নিছিলোঁ। সেই কথাত তেওঁ মাজে-সময়ে বেয়া পোৱা যেন লাগিছিল।

"তাৰ পাছত দেখা হ'ল 'চাল দ ফৈইত'ত নিউ ইয়াৰ্চ ইভৰ বল নাচত। মাজ নিশা যেতিয়া নতুন বছৰক আদৰণি জনোৱাৰ সময় আহিল, তেওঁ মোৰ কাষলৈ আহি 'হেপি নিউ ইয়াৰ' বুলি কৈ চুমা খাবলৈ গালখন মোলৈ আগবঢ়াই দিলে। মই যে তেতিয়া কি ভীষণ লাজ আৰু সঙ্কোচ বোধ কৰিছিলোঁ, কি ক'ম ?"

এইষাৰ কথা শুনি শ্ৰোতা কেউজন হাঁহি মাৰি উঠিল। মুখীয়ে ক'লে, "বেনাৰ্জী, তুমি গাভৰু ছোৱালী নে কি ?"

বেনাৰ্জীয়ে উত্তৰ দিলে, "তোমালোকে মোৰ কথা নপতিওৱা যদি

পতিয়াব নালাগে, কিন্তু কোন মুহূৰ্ত্তত মোৰ মনত কি অনুভূতি জাগিছিল, হুবহু মই বৰ্ণাই যাম। তাৰ পাছত তোমালোকৰ অভিমত দিবাঁ।

"তাৰ কেদিনমানৰ পিছত আৰু এক সান্ধ্যভোজনত তেওঁ মোৰ কাষত আহি বহিল। নানান কথাৰ মাজত কলোঁ, 'জীৱন এনেকুৱাই। কেতিয়াবা একোজনৰ লগত পৰিচয় হয়; তেওঁক খুব ভাল লাগে; তাৰ পিছত হঠাৎ তেওঁ অদৃশ্য হয়।' মোৰ কথা শুনি খন্তেক কেঁৰাহিকৈ মোৰ পিনে চাই ৰ'ল। তেওঁৰ চাৱনিয়ে মোক মোহমুগ্ধ কৰিলে। ন'কৈ থাকিব নোৱাৰিলোঁ, 'কি যাদু তোমাৰ চকুযুৰিত।' মধুৰ হাঁহি এটি মাৰি তেওঁ ক'লে, 'আৰু দুগিলাচমান পান কৰাৰ পিছত আৰু কিমান যাদু দেখিবাঁ!'

"তাৰ পিছৰ কেইটামান দিনত নিজৰ মনৰ এই অপ্ৰত্যাশিত অৱস্থাক বিশ্লেষণ কৰিবলৈ চেষ্টা কৰিলোঁ—যি কাম পুৰুষে সাধাৰণতে কৰে আৰু তিৰোতাই নকৰে। বহু গুণা-গঁথাৰ পাছত থিৰ কৰিলোঁ যে কিবা অজান উদ্দেশ্য পূৰণৰ হেতুকে নিয়তিয়ে এই অপূৰ্ব সুন্দৰ বস্তুটি মোৰ জীৱনলৈ টানি আনিছে; তাক বোধ কৰাৰ চেষ্টা বৃথা। হয়তো কোনোবা অতীত জীৱনত তেওঁৰ লগত প্ৰেমৰ জৰীৰে বান্ধ খাইছিলোঁ। সেই বাবে পুনৰ এই জীৱনত দুয়োৰো মিলন ঘটিছে। ই যেন নিয়তিৰে পূৰ্বনিৰ্দিষ্ট ব্যৱস্থা।

"ভাবিলোঁ সকলো কথা তেওঁক খুলি ক'ম নে কি? কিন্তু তেওঁ হঁহাৰ বা ঠাট্টা কৰাৰ ভয়ত ক'বলৈ সাহ নহ'ল। ক'লে তেওঁৰ প্ৰতিক্ৰিয়া কেনে হ'ব পাৰে সেই কথা আগতে জনা আৱশ্যক।

"এদিনাখন তেওঁক এটি সামান্য উপহাৰ দিলোঁ। যি দৰে উপহাৰটি গ্ৰহণ কৰিলে, তাৰপৰা ধাৰণা হ'ল যে তেৰোঁ মোৰ প্ৰতি আকৃষ্ট হৈছে। সাহ বাঢ়িল; কলোঁ, 'এদিন এটা লম্বা ড্ৰাইভ দি আহোঁগৈ বলা।' তৎক্ষণাৎ তেওঁ ৰাজী হ'ল, কিন্তু পিছতহে গম পাইছিলোঁ যে প্ৰস্তাৱ গ্ৰহণ কৰাৰ উদ্দেশ্য তেওঁৰ নাছিল। ড্ৰাইভৰ প্ৰস্তাৱ দিছিলোঁ এই ভাবি যে দুঘণ্টামান সময় অন্ততঃ

কোনোবা নিৰিবিলি ঠাইত অকলে তেওঁৰ সঙ্গসুখ লাভ কৰিব পাৰিম; তেওঁৰ গোলাপী ওষ্ঠাধৰত চুম্বনৰ স্বাদো লাভ হয় বা। প্ৰত্যেকবাৰেই ড্ৰাইভলৈ যোৱাৰ কথা ক'লে পিছৰ সপ্তাহত ঠিক এদিন' যাব বুলি কয়, কিন্তু প্ৰত্যেকবাৰেই তাৰ পিছৰ সপ্তাহলৈ পিছুৱায়। মই হ'লে আশা এৰিব পৰা নাছিলোঁ।

"আবেলি পৰত সদায় সাগৰৰ পাৰত অকলে ফুৰিবলৈ যাওঁ। এদিন অলপ সোনকালে ওলাই গৈ দেখিলো। সাগৰৰ পাৰত মটৰেৰে তেও হাৱা খাইছে। সেইদিনাৰপৰা নিতৌ সোনকালে ওলাবলৈ ধৰিলোঁ। প্ৰায়েই দেখা হয়; নহ'লে মন মৰি যায়।

"ভালেকেইদিনৰ মূৰত এইবাৰ দেখা হ'ল তেওঁৰ এক বান্ধৱীৰ ঘৰত সান্ধ্য ভোজনত। নিশা প্ৰায় দুটা বাজিছে। সকলোবোৰ আলহীৰে অলপ নহয় অলপ নিচা হৈছিল। মোক সম্ভৱতঃ অলপ বেছিকৈ ধৰিছিল। হঠাৎ তেওঁ মোৰ কাষলৈ আহি ক'লে, 'মই যাব খোজোঁ।' তেওঁৰ বৰ খং উঠা যেন দেখিলোঁ। তেওঁৰ মটৰ গাড়ীত তেওঁক নি ঘৰত থৈ আহিবলৈ ওলালোঁ। বিদায় ল'বৰ সময়ত গালত লাহেকৈ চৰ এটি মাৰি কলোঁ, 'দুষ্ট ছোৱালী, যোৱা শুই থাকাঁগৈ।"

"কিয়নো তেওঁ খং কৰিছিল সেই কথা ভাবি পাছদিনা চিন্তাত পৰিলোঁ। নাজানি যদি কিবা জগৰ লগালোঁ। তাৰ বাবে মই দুঃখিত বুলি অকণমানি চিঠি এখন লিখি পঠালোঁ। উত্তৰ নিদিলে। পিছদিনা মোৰ বাসস্থানত এটা ককৃটেল পাৰ্টি পাতিছিলোঁ। মোৰ পাৰ্টিলৈ আহি আগৰ নিশা তেনে ব্যৱহাৰ কৰাৰ কৈফিয়ৎ এটা হওঁতে দিছিল, কিন্তু সন্তোষজনক কৈফিয়ৎ বুলি মোৰ মনে নধৰিলে।

"তেওঁৰ বিদায়ৰ দিন যিমানে আগুৱাই আহিল, মোৰ শাস্তি বাঢ়ি গ'ল। কেইদিনমানৰ পিছত চহৰৰপৰা ২০।২৫ মাইল দূৰত এক চাহ মেলত আকৌ দেখা হ'ল। সেইদিনা ৰূপালী শেলৰ ঘোৰ নীলা শাৰী এখন পিন্ধি আহিছিল। সেই বেশত তেওঁক কি যে অপৰূপ সুন্দৰ লাগিছিল! কিন্তু তেওঁৰ সৌন্দৰ্য্যই মোৰ মনত

আনন্দ দিয়ক ছাবি দিছিল নিদাৰুণ ক্লেশ। সেই সুন্দৰ বস্তুটি, যি মোক ইমানকৈ আকৰ্ষণ কৰিছিল, কিন্তু যি কোনো দিনা মোৰ নহ'ব, সেই কথা ভাবি মোৰ বুকুত জুই জ্বলিছিল।

"সেইদিনা সন্ধিয়াতে আকৌ দেখা হ'ল এখন ভোজমেলত। সাজ সলাই আহিছিল। নতুন সাজত তেওঁক এটি কবিতা যেন বোধ হৈছিল। নিজক দমাই ৰখাই টান হৈ পৰিল। তেওঁক বুকুত সাৱটি লৈ তেওঁৰ ওঁঠৰপৰা জীৱনৰ শ্ৰেষ্ঠতম সুখ আহৰণ কৰাৰ এক দুৰ্নিবাৰ ইচ্ছা উন্মাদনাত পৰিণত হ'ল।

"পিছদিনা পুৱা আকৌ মোৰ অফিচত আহি দেখা দিলে—যেন এটি ফুটন্ত গোলাপ ক'ৰবাৰপৰা আহি মোৰ সম্মুখত পৰিলহি। আৰু থাকিব নোৱাৰিলোঁ; কলোঁ, 'তুমি মোৰ প্ৰতি ভালেখিনি অনুগ্ৰহ দেখুৱাইছা; তোমাৰ ওচৰত মই কৃতজ্ঞ।' কথাষাৰ কৈ তেওঁৰ গালত লাহেকৈ এটি চুমা বহুৱাই দিলোঁ। মুখৰ কাষলৈ মুখ নিওঁতে মুখ আঁতৰাই নিলে। মুখত বিৰক্তিৰ আভাস নেদেখিলোঁ।

"আৰু এদিন মোৰ ওচৰলৈ আহিছিল তেওঁৰ ডিভৰ্চ্ সম্বন্ধে মোৰ পৰামৰ্শ বিচাৰি। মোৰ সামিত জ্ঞানেৰে যিখিনি সহায় কৰিব পাৰোঁ, কৰিলোঁ আৰু মোৰ এক বেৰিষ্টাৰ বন্ধুৰ ঠিকনা তেওঁক দিম বুলি কলোঁ। কথা-বতৰাৰ অন্তত কলোঁ, 'মই দিয়া পৰামৰ্শৰ বাবে ফীজ্ তো মোক নিদিয়াই; অন্ততঃ চুমাকে এটি তো দিব পাৰা।' ক'লে, 'বাৰু দেখা যাব, কিন্তু তোমাৰ বেৰিষ্টাৰ বন্ধুৰ ঠিকনা পোৱাৰ পিছতহে।'

"দুদিন পিছত আকৌ কক্‌টেইল পাৰ্টিত দেখাদেখি। ঠিকনাটো তেওঁৰ হাতত দি কলোঁ, 'এইবাৰ তোমাৰ প্ৰতিশ্ৰুতি ৰাখিব লাগিব।' উত্তৰ দিলে, 'দুষ্টামি নকৰিবা।'

"তাৰ পাছদিনা তেওঁৰ অটোগ্ৰাফৰ বহীটো লৈ আহি ক'লে, 'ইয়াত কিবা এষাৰ কথা লিখি দিয়া।' নিজক দমাব নোৱাৰি সাৱটি ধৰি তেওঁৰ গালত এটি চুমা দিলোঁ। মুখখন আঁতৰাই নি ক'লে, 'আকৌ দুষ্টামি? ভাল ল'ৰাৰ দৰে ব্যৱহাৰ কৰিব নোৱাৰা নে কি?' ভয় লাগিল, বেছিলৈ গ'লে কিজানি আৰু নহাই হয়;

তেওঁক একেবাৰে দেখিবলৈ নোপোৱাতকৈ মাজে সময়ে এনেকৈ কাষত পালেও হয়।

"তাৰ কেইদিনমান পাছৰ এনিশাৰ কথা। কনষ্টেলেশ্যন্ বেস্তৰাঁত সেইদিনা নাচৰ পাৰ্টি আছিল। তেওঁৰ লগত নাচি থাকোঁতে কলোঁ, 'মই যে কি যন্ত্ৰণা ভোগ কৰিছোঁ, তুমি কেনেকৈ বুজিবা? আকৌ প্ৰেমত পৰা কথাটো বৰ আচৰিত যেন লাগিছে।' তেওঁ ক'লে, 'পাগলামি নকৰিবা।' কথাষাৰ শুনি বেয়া পালোঁ; কলোঁ, 'তোমাৰপৰা মই একো বিচৰা নাই, একো আশাও নকৰোঁ।' উত্তৰ দিলে, 'নকৰাই ভাল।'

"বেজাৰ লাগিল। ভাবিলোঁ তেওঁৰ কাষ নচপাই মঙ্গল। নিশা প্ৰায় দুটা বাজিছে, তেওঁ বহি থকা ঠাইৰপৰা ঘপ্ কৰে উঠি মোৰ কাষলৈ আহি ক'লে, 'মিচেচ্ অমুকে তোমাৰ মগজটো বেয়া কৰিলে যেন পাইছোঁ।' কথাষাৰ শুনি মোৰ খং উঠিল; কলোঁ, 'নিৰ্বোধৰ দৰে কথা নক'বা। মোৰ মগজ যদি কোনোবাই বেয়া কৰিছে, তেন্তে তুমিয়েহে কৰিছা।' অলপ থমকি ডাঙৰ মাতেৰে আকৌ কলোঁ, 'তোমাক মই ভাল পাও।' উত্তৰ দিলে, 'বিশ্বাস নকৰোঁ, কাকো মই বিশ্বাস নকৰোঁ।'

"বিশ্বাস কৰিবলৈ কোৱা নাই। কৈছোঁ নহয়, তোমাৰপৰা মই একো নিবিচাৰোঁ। যদি সেই কথা বিশ্বাস নহয়, কাইলৈ মোৰ লগত অকলে দূৰ্বাণলৈ ফুৰিবলৈ ওলোৱাঁ। চুমা এটিও মই নিবিচাৰোঁ। তুমি ভাবানে কি যে তোমাৰ লগত চিনাকি হোৱাৰ দুমাহৰ পিছতে এনেয়ে মোৰ সেই কিতাপখন তোমাৰ নামত উচৰ্গা কৰিছিলোঁ? তোমাৰ বুধিটো অলপ ভোটা যেন পাইছোঁ। ভালেপৰ মনে মনে থাকি ক'লে, 'আৰু কোনো দিনা তোমাৰ অফিচলৈ নাহোঁ।' কথাষাৰে প্ৰাণত আঘাত দিলে; মুখেদি আপোনা আপুনি ওলাল, 'ইমান নিষ্ঠুৰ নহ'বাঁ।'

"দুদিন পিছত আকৌ মোৰ অফিচত আহি উপস্থিত। নিজক দমাই ৰখা অসম্ভৱ হৈ উঠিল। বলেৰে বুকুত সাৱটি ধৰি চুমা খাবৰ

মন গ'ল। মই কাষ চাপি গ'লত তেওঁৰ মুখত এটি ভীতিৰ ভাৱ দেখিবলৈ পালোঁ। মুখৰ চেহেৰা দেখি বেয়া লাগিল ; কলোঁ, 'কিয় মোক ইমান অবিশ্বাস কৰাঁ ? মই তো কথা দিছোঁ, একো নকৰোঁ বুলি।'

"তাৰ পিছত তিনি-চাৰি দিন তেওঁ নাহিল। ছট্‌ফটাই সময় কটালোঁ। তাৰ পাছত এদিন অলপ আঁতৰেদি তেওঁক গৈ থকা দেখি মোৰ অফিচলৈ মাতি আনিলোঁ গৈ। কিন্তু মোৰ কোঠাত সোমায়েই ক'লে, 'চুমা-টুমা সেইবোৰ হ'লে আৰু নচলিব দেই।' মনে মনে থাকিলোঁ। অলপ পৰৰ পিছত কাতৰ সুৰেৰে কলোঁ, 'জানোঁ, মোৰ কথা তুমি বিশ্বাস নকৰিবা ; কিন্তু এই বস্তুটোৱে মোক শেষ কৰি পেলাইছে।'

"সেই দিনাৰপৰা ভালে কেই দিনলৈ তেওঁ আৰু নাহিল। বৰ যন্ত্ৰণা ভুগিবলৈ ধৰিলোঁ। এদিন অফিচৰপৰা ঘৰলৈ গৈ ইমান বেয়া লাগিল যে ল'ৰা মানুহৰ দৰে কিছুপৰ কান্দিলোঁ। তেওঁক মোৰ ভালপোৱা জনোৱাৰ বাবে অনুশোচনা হ'ল।

"আৰু কিছুদিন সেইদৰে কাটি গ'ল। তেওঁলোক গুচি যাবলৈ আৰু কেইটামান দিন হে আছে গৈ। তেওঁক আৰু দেখিবলৈ নাপাম, সেই চিন্তাই, আৰু এবাৰ অন্ততঃ তেওঁক বুকুত সুমুৱাই লৈ ওঁঠত চুমা দিয়াৰ অদমনীয় অভিলাসে মোক বলিয়া কৰিলে। তাৰ পিছত হঠাৎ যেতিয়া তেওঁ আকৌ এদিন পুৱা ওলালহি, ভাবিলোঁ, আজি আৰু নেৰিছোঁ। বলেৰে ধৰি চুমা খাম। কিন্তু ক'ব নোৱাৰোঁ কিবা এক সঙ্কোচৰ ভাবে মোক আগুৱাবলৈ নিদিলে ; বহুত কষ্টেৰে নিজক চাম্‌লাই তেওঁৰ গালত এটি চৰ দিলোঁ। উগ্ৰ খং উঠা যেন দেখুৱাই ক'লে, 'কিয় মাৰিলা ?' মোৰ মুখ শুকাই যোৱা দেখি হাঁহি মাৰি আকৌ ক'লে, 'মই খং কৰা নাই।' কথাষাৰ কৈ বিজুলী বেগেৰে আঁতৰি গ'ল।

"ইয়াৰ পাছত সন্দেহ নাথাকিল যে তেওঁৰো মোৰ প্ৰতি আকৰ্ষণ হৈছে। ভাবিলোঁ, তেন্তে কিয় মোক এইদৰে যন্ত্ৰণা দিছে। মজা চাইছে নে কি ?

"ভালেমান পৰ অফিচ কোঠাৰ ভিতৰতে টহলি, থাকিব নোৱৰা হৈ, চিধা তেওঁৰ ঘৰ পালোঁগৈ। বাহিৰত কাকো নেদেখি পোনছাটে তেওঁৰ শোৱনি কোঠাত সোমালোঁগৈ। তেওঁ শুই আছিল! মোক দেখি সন্ত্ৰস্ত হৈ উঠি বহিল; ক'লে, 'মামা এতিয়াই আহিব; বৈঠক-খানাত গৈ বহাঁগৈ। কাপোৰ-কানি পিন্ধি মই আহিব লাগিছোঁ।'

"অলপ পৰৰ পিছত বৈঠকখানাত আহি ওলালত কলোঁ, 'মোক আৰু যন্ত্ৰণা নিদিবাঁ; চুমা এটি দিয়াঁ।' টান মাতেৰে উত্তৰ দিলে, 'নহ'ব; মই তোমাক যন্ত্ৰণা দিয়া নাই; তুমি হে......' বুলি নিমাত হ'ল। 'বাৰু' বুলি কৈ মই গুচি আহিলত, পিছে পিছে আহি, মোৰ হাত এখনত ধৰি ক'লে, 'খং নকৰিবা; কথা দিছোঁ, দেওবাৰে।'

—দেওবাৰে তো তোমালোক যাবাঁগৈ।

—আবেলি চাৰি বজাত হে যাম।

"তেওঁৰ কথাত পতিয়ন গৈ ৰং মনেৰে আঁতৰি আহিলোঁ।

"দেওবাৰৰ দিনা তেওঁৰ প্ৰতিক্ষাত ঘণ্টাৰ পিছত ঘণ্টা পাৰ হ'ল; কিন্তু তেওঁ দেখোন নাহে।

"ভীষণ খং উঠিল। ভাবিলোঁ আজি শেহৰ দিনটোতো তাই মোক নচুৰাবলৈ বিচাৰিছে। এইবোৰ আৰু নচলিব। তেওঁ ভালপোৱা চিগাৰেট ছুপেকেট কিনি আনি থৈছিলোঁ। পেকেট ছুটা জেপত ভৰাই তেওঁৰ ঘৰত গৈ উপস্থিত হলোঁ। বৈঠকখানাত বহি এগৰাকী বান্ধৱীৰ লগত তেওঁ কথা পাতি আছিল। আদেশৰ সুৰত কলোঁ, 'বাহিৰলৈ আঁহা।' তেওঁ ওলাই আহিল। তেওঁক দিম বুলি লিখি থোৱা অকণমানি চিঠি এডোখৰো জেপত আছিল। চিগাৰেটৰ পেকেট ছুটা টেবুল এখনলৈ দলিয়াই দি, চিঠিখন টুকুৰা-টুকুৰি কৰি ফালি, 'চিগাৰেট বাটত তোমাৰ কামত লাগিব; আহিলোঁ' বুলি কৈ গুচি আহিলোঁ। এবাৰ ঘূৰি চাই খঙেৰে কলোঁ, 'তুমি মোক কি বুলি ভাবিছা?' বুজিব পাৰিলোঁ যে মই আত্মসংযম হেৰুৱাই পেলাইছিলোঁ। তেওঁৰ মুখত ব্যথাৰ ভাব ফুটি উঠিল। মোৰ পিছে পিছে আহি করুণ সুৰেৰে ক'লে, 'মোৰ কি দোষ? আলহীক ঘৰৰপৰা ওলাই যাবলৈ ক'ব

পাৰোঁ নেকি ?' তেওঁৰ মুখৰ কাতৰ ভাব দেখি বেয়া লাগিল, লাজো পালোঁ। বুকুত তেওঁক সাৱটি ধৰিলোঁ। বাধা নিদিলে। ওঁঠত চুমা দিব খুজিছোঁ, এনেতে ক'লে, 'মামা আহিব লাগিছে ; কেউপিনে মানুহ-দুনুহ আছে ; কি কৰিছা ?' মোমায়েকৰ নাম শুনি চুলিৰ আগেদি মোৰ জ্বৰ গ'ল ; তেওঁক এৰি দি সুধিলোঁ, 'পিছত আহিবানে ?' 'নাহোঁ' বুলি কৈ বেগাই তেওঁ আঁতৰি গুচি গ'ল। বুজিলোঁ যে তেওঁ বিৰক্ত হৈছে।

"নিজৰ বাসস্থানলৈ আহি গা-ধুই মূৰটো ঠাণ্ডা কৰাৰ চেষ্টা কৰিলোঁ। খাবৰ-ব'বৰ মন নগ'ল। কেই পেগ্‌মান হুইস্কী গিলি, সাজপাৰ পিন্ধি, তেওঁলোকক বিদায় দিবলৈ আকৌ তেওঁলোকৰ বাসভৱন পালোঁগৈ। তাত তেতিয়া বহুত মানুহ-দুনুহ গোট খাইছে। ইফাল সিফাল কৰি আছো এনেতে তেওঁৰ সকলোতকৈ অন্তৰঙ্গ বান্ধৱীটিয়ে আহি মোৰ কাণে কাণে ক'লে, 'সৌটো কোঠাত আছে।'

"তালৈ গৈ দেখোঁ তেওঁৰ কাষত আন এগৰাকী গাভৰুও বহি আছে। এনে লাগিছিল যেন সেই গৰাকীক নেলুত চেপা দি মাৰি পেলাম। আঁতৰি গৈ অকলে তেওঁক লগ পাবলৈ মোক সুযোগ নিদিয়ে কিয় ?

"যিমান দূৰ পাৰোঁ স্বাভাৱিকভাবে তেওঁক বিদায় দিলোঁ। তেওঁলোকৰ আন বন্ধু-বান্ধৱসকলৰ লগত ময়ো এয়াৰপ'ৰ্টলৈ গলোঁ। তাতে এবাৰ ছেগ বুজি সুধিলোঁ, 'খং কৰা নাই তো ?' তেওঁৰ দুই গালেদি চকুলো বৈ গ'ল ; ক'লে, 'নাই কৰা।'

"বিমান প'ৰ্টৰপৰা উলটি যেতিয়া পুনৰ আহি পৰিচিত চহৰখনিত সোমালোঁহি, তেতিয়া এনে লাগিল যেন চিৰদিনৰ কাৰণে জীৱনৰ-পৰা এটি আলোকশিখা নিৰ্বাপিত হ'ল। চাৰিউপিনৰ সকলো বস্তু অৰ্থহীন, শূন্য যেন লাগিল। তাৰ পাছত তেওঁৰ লগত দেখা আৰু হোৱা নাই, কিন্তু এতিয়াও তেওঁৰ কথা মনত পৰিলে এক অনিৰ্বচনীয় আনন্দই মন-প্ৰাণ জুৰাই দিয়ে।"

গল্পৰ সামৰণি মাৰি বেনাৰ্জীয়ে ক'লে, "এতিয়া তোমালোকে বিচাৰ

কৰাঁ, মোৰ এই অভিজ্ঞতা কি বস্তু আছিল—প্ৰেম, যৌনাকৰ্ষণ নে টেম্পাৰেৰি ইন্‌চেনিটি।" শেক্‌চপিয়েৰে কৈছে নহয় :

The lunatic, the lover, and the poet
Are of imagination all compact :
One sees more devils than vast hell can hold ;
That is the madman ; the lover, all as frantic,
Sees Helen's beauty in a brow of Egypt :
The poet's eye, in a fine frenzy rolling,
Doth glance from heaven to earth, from
earth to heaven,
...............and gives to airy nothing
A local habitation and a name"

## ॥ ক্লান্ত দিগন্ত ॥

পেন্‌চন্ পোৱাৰ চাৰি মাহমানৰ পিছত ১৯৬৯ চনত কলেজীয়া দিনৰ বন্ধু-বান্ধৱসকলৰ লগত দেখা-সাক্ষাৎ কৰি, তেওঁলোকৰ সঙ্গসুখ উপভোগ কৰি, কেইমানদিন কটোৱাৰ উদ্দেশ্যেৰে কিছুদিন কলিকতাত আছিলোঁগৈ। এদিন সন্ধিয়া বেলিকা মোৰ কলেজৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু সুনীলৰ লগত কেলকেটা ক্লাবৰ পাছফালৰ বাৰান্দাত বহি হুইস্কী সেৱন কৰি আছোঁ, এনেতে আন এজন পুৰণিকলীয়া সহপাঠী বিশ্বনাথ আহি তাত ওলালহি। চল্লিছ বছৰ আগতে বিশ্বনাথে আৰু মই জীৱনৰ পৃথক পৃথক বাট ধৰিছিলোঁ; তেতিয়াৰপৰা তেওঁৰ লগত দেখাদেখি হোৱা নাছিল, তথাপি দেখিয়েই তেওঁক চিনি পাওঁতে সৰহপৰ নালাগিল। বিশ্বনাথে কিন্তু মোক চিনি নাপালে। সুনীলক "কি হে কি খবৰ" বুলি সুধি বিশ্ব আমাৰ লগতে বহিলহি। সুনীলে তেওঁক সুধিলে, "ইয়াক চিনি পাইছনে নাই?" নাই পোৱা বুলি কৈ বিশ্বই মোৰ পিনে চাই ৰ'ল। মই কলোঁ, "মই হ'লে তোমাক চিনি পাইছোঁ; তুমি বিশ্বনাথ বসু নহয় জানো?"

বিশ্বই ক'লে, "হয়, কিন্তু আপোনাক তো মই চিনি পোৱা নাই।"

ভালকৈ এবাৰ চোৱাঁ, চিনি পাবাঁ। আকৌ মোক মূৰৰপৰা ভৰিলৈকে এবাৰ চাই ক'লে, "চিনি পাওঁ পাওঁ লাগিছে, কিন্তু মনত পেলাব পৰা নাই। কৈয়েই পেলোৱাঁচোন, কোন নো?"

অমুক বুলি মই জনালত তেওঁ ক'লে, "ধেৎতেৰি, তুমি এনেকুৱা হৈ গ'লা কেনেকৈ?"

—চল্লিছ বছৰত মানুহৰ আকৃতিৰ সালসলনি ঘটে; মোৰো ঘটিছে; কিন্তু তোমাৰ চেহেৰা চিনিব নোৱৰাকৈ বদলি হোৱা নাই।

বিশ্ব থাকে কলিকতাৰপৰা ত্ৰিছ মাইলমান আঁতৰত, হুগলী জিলাৰ গাওঁ এখনত। আগতে তাতে তেওঁলোকৰ জমিদাৰী আছিল। তেওঁ মোক টানি ধৰিলে, ছুই-চাৰি দিন তেওঁৰ তাত থাকিবলৈ লাগিব। পুৰণা বন্ধুৰ অনুৰোধ পেলাব নোৱাৰি পাছদিনা তেওঁৰ সেইখিনি পালোঁগৈ।

তেওঁৰ ঘৰখন উমঘাম নাইকিয়া নিজপ্লাল যেন দেখি সুধিলোঁ, "তোমাৰ ঘৰৰ আনবোৰ মানুহ ক'ত ? শিখা ঘৰত নাইনে কি ? ল'ৰা-ছোৱালীবোৰ ক'লৈ গ'ল ?"

—পুৰণা বন্ধুৰ খবৰ ৰখাৰ অভ্যাসতো তোমাৰ নাই। বিয়াৰ চাৰি বছৰৰ পিছতে শিখাৰ লগত মোৰ এৰাএৰি হয়। ল'ৰা এটা আছে ; সি ডাক্তৰ ; বিলাতত বাস কৰে। মই এতিয়া অকলশৰীয়া।

—দীপাৰ খবৰ কি ?

—নক'বা, বৰ ইণ্টাৰেষ্টিং ঘটনা। প্ৰায় ছকুৰি বছৰৰ মূৰত যোৱা বছৰ আকস্মিকভাৱে দীপাৰ লগত ৰেলত দেখাদেখি হ'ল।

—আৰু প্ৰবীৰ ; সি ক'ত ?

—প্ৰবীৰে হাইক'ৰ্টত প্ৰেকটিচ্ কৰে। কলিকতাৰ সি এজন নামী বেৰিষ্টাৰ। মোৰ লগত শিখাৰ এৰাএৰি হোৱাৰ পাছত তাইক সি বিয়া কৰালে। সিহঁতৰ ল'ৰা-ছোৱালী কেবাটিও ; সুখৰ সংসাৰ।

—তোমাৰ কথাবোৰ অলপ আচৰিত শুনিছোঁ ; কিবা যেন প্ৰহেলিকা লুকাই আছে।

—সকলোবোৰ কথা পিছেপৰে ক'ম ; এতিয়া চাহ-টাহ খোৱাঁ। তোমাৰ নিজৰ কথা কোৱাঁচোন, শুনোঁ।

চাহ খাবলৈ বহি মই কলোঁ, "তুমি আই-চি-এচ্ পৰীক্ষালৈ তৈয়াৰ হৈ পিছত পৰীক্ষা নিদিয়াৰ বাতৰি পাইছিলোঁ। ইমান দিনে নো ক'ত আছিলাঁ, কি কৰিছিলাঁ, সেইবোৰ কথা শুনোঁচোন।"

বিশ্বই ক'লে, "তাহানিখন বি-এ পৰীক্ষা দি তুমি আসামলৈ গুচি যোৱাৰ পাছতে মেকমিলেন কোম্পানীত এচিচ্টেণ্ট্ মেনেজাৰৰ চাকৰি পালোঁ। তিনি বছৰ মই চাকৰি কৰাৰ পাছত চাহাব মেনেজাৰ

জন পেন্‌চন্ লৈ বিলাতলৈ গ'লত ময়ে মেনেজাৰ হলোঁ। পঁয়ত্ৰিছ বছৰ কাম কৰি পাঁচ বছৰ হ'ল অৱসৰ লোৱাৰ।"

—আই-চি-এচ্ পৰীক্ষানো নিদিলা কিয় ?

—সি এক দীঘলীয়া কাহিনী ; আজি সেইবোৰ কথা নুলিয়াবাঁ ; আন কথা পাতো দিয়ঁা।

* * * *

বিশ্বনাথৰ কাহিনী কোৱাৰ আগত তেওঁৰ ইতিবৃত্ত অলপ জনাব লাগিব। কলেজত বি-এ পঢ়ি থাকোঁতে উত্তৰ কলিকতাৰ বাদুৰবাগান লেইনৰ এটা মেছত কিছুদিন অৱস্থান কৰিছিলোঁ। বিশ্ব আৰু প্ৰবীৰ বোলা এজন ছাত্ৰও সেই মেছতে আছিল। আমাৰ তিনিউৰো মাজত তেতিয়া আন্তৰিক বন্ধুত্ব গঢ়ি উঠে। প্ৰবীৰেও মোৰে দৰে তেতিয়া ( আন এটা কলেজত ) বি-এ পঢ়িছিল। তেওঁৰ ঘৰ আছিল জলপাইগুৰিত। বিশ্ব বিশ্ববিদ্যালয়ৰ কৃতী, প্ৰতিভাবান ছাত্ৰ আছিল ; আগৰ বছৰ ইংৰাজীত ফাৰ্ষ্ট ক্লাচ্ হনাৰ্চ লৈ বি-এ পাছ কৰি তেতিয়া মেছতে থাকি আই-চি-এচ্ পৰীক্ষাৰ বাবে সাজু হৈছে।

বিশ্বনাথ ওখ-পাখ বলিষ্ঠ পুৰুষ আছিল ; কিন্তু তেওঁক ধুনীয়া বুলিব নোৱাৰি। গাৰ বৰণ শ্যাম : ক'লাকে বুলিব পাৰি। দুটা দাঁত অলপ উজলা। কিন্তু তেওঁৰ চকুৰ দীপ্তি আৰু বুদ্ধিদীপ্ত কথা-বতৰাই আমাক বৰ আকৰ্ষণ কৰিছিল।

প্ৰবীৰ আছিল প্ৰকৃত সুন্দৰ কিশোৰ। পাঁচ ফুট দহ ইঞ্চি ওখ। গাৰ বৰণ কেঁচা সোণ যেন। ঢৌ খেলা ডাঠ, ক'লা চুলি। নাক, মুখ, চকু—দেহৰ প্ৰতি অঙ্গত নিখুঁত সৌন্দৰ্য্যৰ প্ৰাচুৰ্য্য। তেওঁক দেখিলে কোনো গাভৰু ছোৱালীয়ে কেঁৰাহিকৈ হ'লেও এবাৰ নোচোৱাকৈ থাকিব নোৱাৰিছিল।

আমাৰ মেছৰ মুখামুখিকৈ মাজৰ গলীটোৰ সিপাৰে আছিল শশাঙ্ক পালিত এড্‌ভকেটৰ ঘৰ। শশাঙ্কবাবু খিতপীয়া মানী মানুহ আছিল। তেওঁৰ সংসাৰ সমৃদ্ধিময়। ল'ৰা-ছোৱালী বুলিবলৈ তেওঁৰ ঘৰত আছিল ওঠৰ-উনৈছ বছৰীয়া দুটি গাভৰু—দীপা আৰু শিখা।

দুয়ো তেতিয়া কলেজৰ থার্ড ইয়াৰৰ ছাত্ৰী। দুয়ো প্ৰায় সমবয়সী ; দীপা শিখাতকৈ কেইমান মানৰ হে ডাঙৰ। দুয়ো বুদ্ধিমতী।

দীপা আছিল শশাঙ্কবাবুৰ ককায়েকৰ ছোৱালী। সৰুতে তাই ঘাতমাউৰী হোৱাৰ পাছত শশাঙ্কবাবু আৰু ঘৈণীয়েকে তাইক তুলি লৈছিল ; নিজৰ ছোৱালীৰ দৰেই ডাঙৰ-দীঘল কৰিছিল। দীপা আছিল শ্যামাঙ্গী, কিন্তু চকুযুৰি আছিল আশ্চৰ্য্য সুন্দৰ, ব্যৱহাৰ অতিকৈ মিঠা, মৰম লগা। সুন্দৰী নহ'লেও তেওঁ কিবা এক ৰহস্যময়, সৌম্য কমনীয়তাৰ অধিকাৰিণী আছিল।

শিখা আছিল দীপাৰ বিপৰীত। শিখাৰ ৰূপ চকু ছাট মৰা বিধৰ। গাৰ বৰণ উজ্জ্বল গৌৰ ; অঙ্গসৌষ্ঠৱ সাঁচত কটা ; দেহৰ প্ৰত্যেক অঙ্গত যৌৱনৰ উদ্দাম তৰঙ্গ। স্বভাৱো আছিল তেওঁৰ দীপাৰ বিপৰীত। দীপা আছিল যেনে ধীৰ, গম্ভীৰ, শিখা আছিল তেনে চঞ্চল, ৰাংঢালি, উৰ্ফাৰি ফুৰা বিধৰ কিশোৰী।

ডেকা-গাভৰু ওচৰাউচৰিকৈ থাকিলে, তেওঁলোকৰ মাজত সঘনে চাৱনিৰ আদান-প্ৰদান হ'লে, সচৰাচৰ যি ঘটে, এই ক্ষেত্ৰতো সেয়ে ঘটিছিল—দীপা বিশ্বনাথৰ আৰু শিখা প্ৰবীৰৰ প্ৰণয়ৰ বান্ধোনত বান্ধ খাইছিল। বিশ্বই দীপাক আৰু প্ৰবীৰে শিখাক মাজে-সময়ে চিনেমালৈ লৈ যায় ; কেতিয়াবা কেতিয়াবা বোটেনিকেল গার্ডেন, জুৱলজিকেল গার্ডেন আদিলৈকো ফুৰাবলৈ নিয়ে।

বিশ্ব আৰু প্ৰবীৰ দুয়ো ভাল বংশৰ ভাল ল'ৰা। গতিকে তেওঁলোকলৈ ছোৱালী বিয়া দিবলৈ শশাঙ্কবাবু আৰু তেওঁৰ ঘৈণীয়েকৰ ওজৰ-আপত্তি কৰাৰ কোনো যুক্তি নাছিল। বন্দৱস্ত হৈছিল, আই-চি-এচ্ পৰীক্ষাত কৃতকাৰ্য্য হ'লে বিলাতৰপৰা ট্ৰেইনিং লৈ অহাৰ পাছত বিশ্বই দীপাক বিয়া কৰাব। তেওঁ পৰীক্ষাত কৃতকাৰ্য্য হোৱাৰ সম্বন্ধে কাৰো মনত সন্দেহ নাছিল। প্ৰবীৰৰ সংকল্প আছিল বি-এ পাছ কৰি বিলাতলৈ বেৰিষ্টাৰি পঢ়িবলৈ যোৱাৰ। বিলাতৰপৰা ঘূৰি অহাৰ পাছত তেওঁৰ লগত শিখাৰ বিয়া পতা থিৰ হৈছিল।

এইদৰে নানান ৰঙীন সপোনৰ মাজেদি চাৰিউটি প্ৰাণীৰ দিন বৈ গৈছিল। কিন্তু এটা কথালৈ মন কৰি মই অলপ আচৰিত হৈছিলোঁ। সেইটো আছিল বিশ্বৰ প্ৰতি শিখাৰ অৱজ্ঞা আৰু উগ্ৰ, তিক্ত বিতৃষ্ণাৰ ভাব। বিশ্বক শুনাই শুনাই তেওঁ দীপাক ক'ব, "এই, তোৰ সেই গাৰ্ৰলীয়া চহাটোক কৈ দিবি, সি যেন ভেলেঙা পছুটোৰ দৰে মোলৈ মুখ মেলি চাই নাথাকে। তাৰ সেই চাৱনি দেখিলে মোৰ পিত্ত জ্বলে।" এনে ধৰণৰ বাক্যবাণ প্ৰতিনিয়ত চলিয়েই থাকে। বিশ্বই অৱশ্যে সেইবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰে, বৰং শিখাৰ গালি-শপনি শুনি হাঁহেহে, আৰু শিখাৰ খং তোলাবলৈ হেবাংটো সাজি মুখ মেলি তেওঁৰ পিনে চাই থাকে। উচাটৃ মাৰি শিখা আঁতুৰি যায়।

এদিন দেখিবলৈ পালোঁ শশাঙ্ক বাবুৰ ঘৰৰ আগফালে চাইন্‌বৰ্ডৰ লেখিয়াকৈ চিলট এখন আঁৰা আছে। তাত লিখা আছিল: আলিবাটৰ সিপাৰৰ ঘৰত এটি গাধ বাস কৰে। চাইন বৰ্ডখন দেখি বিশ্বই লৰ মাৰি গৈ সেইখন আনি, শিখাহঁতৰ ঘৰৰপৰা চকুত পৰাকৈ, নিজৰ কোঠাৰ খিৰিকীত আঁৰি দিলে। তাকে দেখি শিখাই জোতা এপাত খিৰিকীয়েদি বিশ্বৰ কোঠালৈ দলিয়াই দিলে। শিখাক দেখুৱাই দেখুৱাই বিশ্বই জোতাপাতিত চুমা খাবলৈ ধৰিলে। শিখাই তেতিয়া ঢাউম কৰে নিজৰ কোঠাৰ খিৰিকীখন জপাই দিলে।

এনেবোৰ চুপতা-চুপতি প্ৰায়েই দেখিবলৈ শুনিবলৈ পাইছিলোঁ। কিন্তু তাৰ অৰ্থ মই বিচাৰি পোৱা নোছিলোঁ। বিশ্বৰ লেখিয়া এটি ডেকাক কোনোবাই ঘিণ কৰিব পৰা কথাটো মই ভাবিবকে নোৱাৰিছিলোঁ।

এইদৰে কিছুদিন গ'ল। তাৰ পাছত হঠাৎ এদিন কলিকতা এৰি দীপা শান্তিনিকেতনত পঢ়িবলৈ গুচি গ'ল। কেইমাহমানৰ মূৰত শুনিবলৈ পালোঁ শান্তিনিকেতনৰ অধ্যাপক ক্ষিতীশ ৰায়ৰ লগত দীপাৰ বিয়াৰ বাতৰি।

তাৰ দুদিনমানৰ পাছতে বি-এ পৰীক্ষা দি ময়ো কলিকতা এৰি ঘৰলৈ আহিলোঁ। বি-এ পৰীক্ষাৰ খবৰ ওলোৱাৰ পাছত গম পালোঁ প্ৰবীৰ বিলাতলৈ গ'ল, আৰু বিশ্বই আই-চি-এচ্ পৰীক্ষা নিদিলে; কলিকতাৰ কিতাপৰ কোম্পানী এটাত চাকৰি ল'লে। এবছৰমানৰ পাছত বিশ্বৰ দেউতাকৰপৰা শিখাৰ লগত বিশ্বৰ বিয়াৰ নিমন্ত্ৰণী চিঠি এখন পাইছিলোঁ। শুভেচ্ছা জ্ঞাপন কৰি টেলিগ্ৰাম এখনো দিছিলোঁ। কলিকতা এৰাৰ পাছৰপৰা তেওঁলোক কাৰো লগত মোৰ যোগাযোগ নাছিল। চল্লিছ বছৰৰ মূৰত সেইবাৰ পুনৰ বিশ্বৰ লগত দেখাদেখি।

বিশ্বৰ ঘৰত দুই-তিনি দিন কটোৱাৰ পাছত এদিন গধূলি বিশ্বৰ মুখে সম্পূৰ্ণ বৃত্তান্তটো শুনিবলৈ পালোঁ। বিশ্বই ক'বলৈ ধৰিলে :—

দীপাৰ লগত মোৰ বিয়াৰ কথা খাটাং হোৱাৰ পিছত এদিন মোৰ কোঠাত আৰামী-চকীখনত বহি মই কিতাপ পঢ়ি আছোঁ। নিশা তেতিয়া এক মান বাজিছে। হঠাৎ ঘটংকৈ দুৱাৰখন মেলি শিখা মোৰ কোঠাত সোমালহি। এষাৰো মাত মই মাতিবলৈ পোৱাৰ আগতে টুপুচ্ কৰে তাই মজিয়াখনতে বহি পৰি, মোৰ কোলাত মূৰটো স্থমুৱাই ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। তাইৰ কাণ্ড দেখি মই তো অবাক। কি হৈছে, কি হৈছে বুলি যিমানেই সোধোঁ, তাই উত্তৰ নিদিয়ে, বেছিকৈহে কান্দে। উপায় নাপাই মই মনে মনে বহি থাকিলোঁ। ভালেমান পৰ কান্দি কান্দি ভাগৰি পৰা যেন হৈ কান্দোনৰ সুৰত তাই ক'লে, "তুমি দীপাক বিয়া কৰাব নোৱাৰা; তাই তোমাৰ যোগ্য নহয়। মোক তুমি গ্ৰহণ কৰিবানে নকৰা, কোৱা।"

তাইৰ প্ৰস্তাৱ শুনি আৰু অবাক হৈ মই উত্তৰ দিলোঁ, "এই বিলাক তুমি কি কথা কৈছা, শিখা? বিয়া কৰাম বুলি দীপাক মই কথা দিছোঁ। মই ভদ্ৰলোকৰ ল'ৰা। এনে কাম মই কোন সতেৰে কৰিম?"

—তুমি মোক গ্ৰহণ নকৰিলে মই আপোনঘাতী হ'ম। মোৰ মৰণৰ বাবে তুমি দায়ী হ'বা। দীপাক বিয়া কৰালেও তুমি জীৱনত কোনো দিনা মনত শান্তি নাপাবা; দহি-পুৰি মৰিব লাগিব।

এনে এজনী অবুজন ছোৱালীক লৈ কি কৰোঁ ভাবি-গুণি থিৰ কৰিব নোৱাৰা হলোঁ। তাইৰ চুলিত আলফুলকৈ হাত বুলাই বুলাই কলোঁ, "চোৱাঁ শিখা, এনেবোৰ তাৎপৰ্য্যপূৰ্ণ বিষয়ত ঘপ কৰে সিদ্ধান্ত ল'ব নোৱাৰি নহয়। তুমি এতিয়া যোৱাঁগৈ: পিছেপৰে এদিন আমি ধীৰে-সুস্থিৰে এই বিষয়ে কথা হ'ম।"

—তুমি মোক গ্ৰহণ কৰিবাঁ বুলি কথা দিলেহে মই যাম; নহ'লে কাইলৈ পুৱা মোৰ মৃতদেহ দেখিবলৈ পাবাঁ।

বেবুৱা লাগি কি কৰোঁ নকৰোঁ ভাবি নাপাই "বাৰু কৰিম" বুলি কৈ থ'লত তাই জানিবা গ'লগৈ।

পাছ দিনা পুৱা দীপাহঁতৰ ঘৰলৈ গৈ আগ নিশাৰ ঘটনাৰ কথা আদ্যোপান্ত দীপাক কলোঁ। মোৰ কথা শুনি তাই ঠৰ হ'ল। ভালেমান পৰলৈ মুখেদি মাত নোলাল। তাৰ পাছত কলে, "বাৰু, তুমি এতিয়া যোৱাগৈ, পিছত আমি এই বিষয়ে আলোচনা কৰিম।"

তাৰ তিনি-চাৰি দিনৰ পিছতে মোক একো নোকোৱা-নেমেলাকৈ দীপা অন্তৰ্ধান হ'ল। তাইৰ সেই অদ্ভুত আচৰণৰ অৰ্থ বিচাৰি নাপাই, ইখনৰ পিছত সিখনকৈ তাইলৈ কেইবাখনো চিঠি দিও উত্তৰ নাপালোঁ। অৱশেষত লিখিলোঁ: অহা দেওবাৰে তোমাক লগ পাবলৈ মই ব'লপুৰলৈ যাম। তোমাক এবাৰ লগ নাপালেই নহয়।

এইবাৰ তুৰন্তে উত্তৰ আহিল :-

মোক লগ পাবলৈ অহাৰ সকাম নাই। মই আন এজনক হৃদয় দান কৰিছোঁ। মই অবিশ্বাসিনী, অপৰাধিনী। তাৰ বাবে তোমাৰ ওচৰত ক্ষমাভিক্ষা কৰিছো। পাৰাঁ যদি ক্ষমা কৰিবাঁ। শিখাই তোমাক ভাল পায়। তুমি তাইক বিয়া কৰাই সুখী হোৱাঁ। মোক লগ পাবলৈ চেষ্টা নকৰিবাঁ। তুমি লগ পাবলৈ আহিলেও মই লগ নিদিম।"

সেই চিঠিয়ে মোক কি নিৰ্ম্মম আঘাত দিছিল নক'লেও নিশ্চয় বুজিব পাৰিবাঁ। দীপাৰ নিচিনা এজনী ছোৱালীয়ে যে এনে ধৰণৰ নীচ

বিশ্বাসঘাতকতা কৰিব পাৰে, সপোনতো সেই কথা মই ভাবিব পৰা নাছিলোঁ। কিন্তু ভালপোৱা যে কি আচৰিত বস্তু। দীপাৰ ওপৰত প্ৰতিশোধ লোৱাৰ লেশমাত্ৰ ইচ্ছায়ো কোনোদিনা মোৰ মনত ঠাই পোৱা নাছিল। নিজকে কৈছিলোঁ, বেছ তায়ে সুখী হওক।

তুমাহমানৰ মূৰত তাইৰ বিয়াৰ বাতৰি পালোঁ। তুমিও বোধ কৰোঁ পাইছিলা। সেই ঘটনাই মোৰ হিয়া বিদাৰি, মন ভাঙি পেলালে। মনৰ সেই অৱস্থাত আই-চি-এচ্ পৰীক্ষাৰ বাবে পঢ়া অসম্ভৱ বোধ হ'ল। মেক্‌মিলেন্ কোম্পানীৰ জেনেৰেল মেনেজাৰ পাৰ্কহাৰ্স্ট চাহাবৰ লগত মোৰ দেউতাৰ বন্ধুত্ব আছিল। ঘটনাৰ অলপ দিনৰ আগতে চাহাব এচিচটেণ্ট্ মেনেজাৰ এজনে কাম ইস্তফা দি বিলাতলৈ গুচি গৈছিল। পাৰ্কহাৰ্স্ট চাহাবে খালি হোৱা কামটো মোক যাচিলে। আই-চি-এচ্ হোৱাৰ আকাঙ্ক্ষা জলাঞ্জলি দি সেই কামকে লৈ সন্তুষ্ট হোৱাৰ চেষ্টা কৰিলোঁ।

কামত সোমোৱাৰ এবছৰৰ পাছতে শিখাৰ লগত মোৰ বিয়া হ'ল। তুই-তিনিটা বছৰ ভালেকাৰে চলিল। আমাৰ ল'ৰা এটিও হ'ল। তাৰ পাছত প্ৰবীৰ বেৰিষ্টাৰ হৈ বিলাতৰপৰা উলটি আহিল। আমাৰ আগৰ বন্ধুত্ব পুনৰ সজীৱ হ'ল। মই তেতিয়া সপৰিয়ালে কেমেক্ ষ্ট্ৰীটৰ ফ্লেট্ এটাত থাকিবলৈ লৈছিলোঁ। প্ৰায় নিতৌ প্ৰবীৰ এবাৰ নহয় এবাৰ আমাৰ ফ্লেটলৈ আহে।

এদিন তুপৰীয়া বেলিকা অফিছত কাম কৰি থাকোঁতে মোৰ বৰ মূৰ কামোৰণি উঠিল। কাম কৰিবৰ মন নগ'ল। ফ্লেটলৈ গুচি আহিলোঁ। তুপৰীয়া পৰত দীপাৰ বাহিৰে কোনো ঘৰত নাথাকে। ল'ৰাটোক চাকৰটোৱে ককাকৰ ঘৰলৈ লৈ যায়। তিনি তলালৈ উঠি মোৰ ফ্লেটৰ বে'ল টিপিলোঁ। ভালেমান পৰলৈ দেখোন তুৱাৰ নোখোলে। দীপা টোপনিত বুলি ভাবি বাৰে বাৰে বে'ল টিপিবলৈ লাগিলোঁ। ভালোখনি পৰৰ মূৰত দেখোন কাণি তুৱৰীকৈ বেড্‌ৰুমৰ তুৱাৰখন খুলি প্ৰবীৰে মুখখন উলিয়ালে। মোক দেখি তাৰ মুখখন কেঁহেৰাজ বৰণীয়া হ'ল। বলেৰে মুখলৈ হাঁহি টানি আনিবলৈ চেষ্টা

কৰি ক'লে, "আৰে, ইমান সোনকালে অফিছৰপৰা গুচি আহিলা। দেখোন ?"

মই কলোঁ, "বৰকৈ মূৰ কামুৰিবলৈ ধৰিলে ; গুচি আহিলোঁ।"

—এ নক'বাঁ ভাই, মোৰো একে অৱস্থা। ক'টতে বিষম মূৰৰ বিষ উঠিল। মোৰ ঘৰলৈ ভালেমান বাট যাব লাগে বাবে (তাৰ ঘৰ আছিল বেহেলাত) ইয়াতে অলপ বিশ্ৰাম কৰিবলৈ আহিলোঁ। মূৰৰ কামোৰণিত তত্ পোৱা নাই।

শোৱনি কোঠালৈ সোমাই শিখাক নেদেখি শিখা ক'ত বুলি সোধাত প্ৰবীৰে ক'লে, গাধোৱা ঘৰত। শিখাৰ ব্ৰা আৰু পেটিকোট বিছনাৰ এচুকে পৰি থকা দেখিবলৈ পালোঁ। মোৰ মনৰ অৱস্থা তেতিয়া কেনে হৈছিল, সেইবোৰ কথা বিবৰিব নোখোজোঁ। খন্তেকো আৰু ফ্লেটত ন'ৰৈ, মই মোৰ ভনীৰ ঘৰ পালোঁগৈ। তাতে দিনটো বিছনাত পৰি থাকি, সন্ধিয়া পৰত চাকৰ এটা মোৰ ফ্লেটলৈ পঠালোঁ, শিখাক নি চিঠি এখন দিবলৈ। লিখিলোঁ: আজিৰ ঘটনাৰ পাছত তোমাৰে মোৰে একেটা ঘৰত বাস কৰা সম্ভৱপৰ নহ'ব বুলি আশা কৰোঁ বুজিবাঁ। চৌবিছ ঘণ্টাৰ ভিতৰত প্ৰবীৰৰ তালৈকে নাইবা আন য'লৈকে যাবৰ মন যায় গুচি যাবাঁ। মোৰ ফ্লেটত্ তোমাৰ আৰু স্থান নহ'ব। ডিভৰ্চ্ নোহোৱালৈকে তোমাৰ যাবতীয় খৰচৰ বাবে টকাকড়ি মই দি থাকিম।

সেই নিশাটো ভনীৰ ঘৰতে কটালোঁ। পাছদিনা আবেলি পাঁচ বজাত অফিছৰপৰা ফ্লেটলৈ ফ'ন কৰি জানিবলৈ পালোঁ যে নিজৰ কাপোৰ-কানি, আ-অলঙ্কাৰ আৰু কিতাপ-পত্ৰ লৈ সেইদিনা দুপৰীয়াই শিখা ফ্লেট এৰি গৈছে। ল'ৰাটো ককাক-বুঢ়ীমাকৰ লগতে আছে।

ফ্লেটত উপস্থিত হৈ শিখাই মোলৈ লিখি থৈ যোৱা চিঠি এখন শোৱা কোঠাৰ টেবুলত পৰি থকা পালোঁ ; লিখিছিল : "আমাৰ বিয়াৰ কেদিনমানৰ পাছৰপৰাই মই বঢ়িয়াকৈ বুজিব পাৰিছিলোঁ যে তুমি দীপাক পাহৰিব পৰা নাই। জীৱনত কোনোদিনা তাইক তুমি পাহৰিব নোৱাৰিবাঁও ; তোমাৰ হৃদয়ত কোনোদিনা মই স্থান নাপাম।

প্ৰবীৰ বিলাতৰপৰা ঘূৰি অহাৰ পাছত এই কথাও মই ভালদৰে উপলব্ধি কৰিব পাৰিছিলোঁ যে মই তেওঁকেইহে প্ৰকৃততে ভাল পাইছিলোঁ ; তোমাৰ প্ৰতি মোৰ প্ৰাণত সাময়িক কিবা এটা মোহ হে মাথোন জন্মিছিল।

"গতিকে আমাৰ বিয়া বোলা ভেকোভাওনাখনৰ অন্ত পৰাৰ বাবে মই অকণো বেজাৰ পোৱা নাই। ল'বাৰ দায়িত্ব মই ল'ব নোখোজোঁ, কিন্তু আশা কৰোঁ ডাঙৰ নোহোৱালৈকে তাক মোৰ মা-দেউতাৰ লগতে থাকিবলৈ দিবা।"

মোৰ পৰামৰ্শ অনুসৰিয়েই মই তাইক মাৰি-কিলাই ঘৰৰপৰা উলিয়াই দিছো বুলি শিখাই কাছাৰীত গোচৰ তৰি ডিভৰ্চৰ প্ৰাৰ্থনা জনালে। মই প্ৰতিবাদ নকৰাত তিনি মাহতে মকৰ্দ্দমা নিস্পত্তি হ'ল। ডিভৰ্চ পোৱাৰ এবছৰৰ পাছত প্ৰবীৰে শিখাক বিয়া কৰালে।

ইমানলৈকে কৈ বিশ্বনাথ কিছুপৰ জলকা লাগি বহি থাকিল। তেওঁৰ মন ঘূৰাবৰ মনেৰে মই মাত দিলোঁ, "তুমি মানুহটো চাটুকপলীয়া, বিশ্বনাথ। যি কি নহওক সেইবোৰ কথা এতিয়া বাদ দিয়া ; ব'লা, ফুৰিবলৈ ওলাই যোৱা যাওক।"

বিশ্বই উত্তৰ দিলে, "ৰ'বা ; কাহিনীৰ এতিয়াও অন্ত পৰা নাই ; অলপ বাকী আছে। সেইখিনিও কৈ পেলাওঁ ; শুনা :

যোৱা বছৰ জাৰকালি বন্ধু এজনৰ লগত ছুমাহমান কটাবৰ মনেৰে পাটনালৈ গৈছিলোঁ। সন্ধিয়া বেলিকা হাওড়াত ৰেলত উঠিলোঁ। এঘণ্টাৰ মূৰত বৰ্দ্ধমান পালোঁগৈ। বৰ্দ্ধমানত এগৰাকী আদহীয়া—প্ৰায় বুঢ়ীকে বুলিব পাৰি—মহিলা আমাৰ কম্পাৰ্টমেণ্ট্‌ত উঠিলহি। আমাৰ ফাৰ্ষ্ট ক্লাচ্ কম্পাৰ্টমেণ্টটো যাত্ৰীৰে ঠাহ খাই আছিল ; তিলমানো ঠাই খালি নাছিল। মহিলাগৰাকীক থিয় দি থকা দেখি, মই থিয় হৈ মোৰ চীটটো তেওঁক বহিবলৈ এৰি দিলোঁ। ধন্যবাদ জনাই বহি পৰি তেওঁ মোৰ ফালে চাই মিচিকিয়া হাঁহি এটি মাৰিলে। হাঁহিটো অলপ ৰহস্যপূৰ্ণ যেন লাগিল। তাৰ পাছত "অলপ হেঁচাহেঁচিকৈ বহিলে আপোনাৰ বাবেও ঠাই ওলাব ; আহক,

বহকহি” বুলি কৈ তেওঁ খিৰিকীত গা হেঁচা দি বহিল। তেওঁৰ কাষত বহি থকা বুঢ়া মানুহ এজনেও অলপ আঁতৰি দিলে। দুয়োৰো মাজত হেঁচাহেঁচিকৈ ময়ো বহি পৰিলোঁ।

আমাৰ কম্পাৰ্টমেণ্টৰ যাত্ৰী সকলোবোৰ আছিল সেই বুঢ়া মানুহজনৰ পৰিয়ালৰ লোক। আচানচ’লত গোটেই পৰিয়ালটো নামি গ’ল। কোঠাটোত ৰলোঁগৈ মাথোন মই আৰু সেই মহিলা-গৰাকী। আচানচ’ল এৰাৰ অলপ পিছতে ভদ্ৰ মহিলাই টিফিন বাকচ এটা খুলি লুচী আৰু আলু-ফুলকবিৰ তৰ্কাৰি উলিয়াই, থাল এখনত মোলৈ আগ বঢ়াই দি ক’লে, “খোৱাঁ”।

হঠাৎ তেওঁ মোক তুমি বুলি সম্বোধন কৰাত উচাপ খাই উঠিলোঁ। মানুহগৰাকীলৈ ভালকৈ মন কৰি দেখিলোঁ তেওঁৰ মূৰটো গোটেই ৰূপালী; ক’লা চুলি ক’তো এডালিও নাই! মুখত কিন্তু বাৰ্দ্ধক্যৰ ৰেখ পৰা নাই। মুখৰ ভাব অতি মাৰ্জিত, ভদ্ৰ। ভালেপৰ চাই থাকিও মানুহগৰাকীক চিনিব নোৱাৰি কলোঁ, “ক্ষমা কৰিব, মই কিন্তু আপোনাক চিনি পোৱা নাই।”

“বাৰু চাহ খোৱাঁচোন; অলপ পৰৰ পিছতে জৰুল চিনি পাবাঁ” বুলি তেওঁ ফ্লাস্কত ভৰাই লৈ অহা চাহ এপিয়লা মোলৈ আগ বঢ়াই দি, নিজেও এপিয়লা ঢালি লৈ, লুচী এখন হাতত ল’লে। মই তেওঁলৈ ৰ লাগি চাই থকা দেখি হাঁহি এটা মাৰি সুধিলে, “এতিয়াও চিনি পোৱা নাই নে?”

হাঁহিটো মাৰোঁতে তেওঁৰ গালত এটি পোটোকা পৰিল। সেই মেকুৰীখুজীয়াটিয়ে মুহূৰ্ত্ততে মোক চল্লিছ বছৰ আগৰ কেতবোৰ দিনলৈ টানি লৈ গ’ল। মোৰ মুখেদি প্ৰায় অস্ফুট এটি মাথোন শব্দ ওলাল —দীপা!

—যেই হওক, অৱশেষত চিনি পালাঁ তেন্তে। মই কিন্তু দেখা মাত্ৰকে তোমাক চিনি পাইছিলো। তুমি মোক চিনি নোপোৱা দেখি হাঁহি উঠিছিল। পিছে, কলৈনো যাবলৈ ওলাইছা?

—পাটনালৈ; তুমি?

—মই গিৰিডিত থাকোঁ; তাৰে ছোৱালীৰ হাইস্কুল এখনৰ হেড্-মিস্ট্রেচ্। গিৰিডিলৈ অহা পঁয়ত্রিছ বছৰ হ'ল।

—তোমাৰ পৰিয়াল ক'ত ?

—ক্ষিতীশ বাবুৰ কথা সুধিছা ; আমাৰ বিয়াৰ পাঁচ বছৰৰ পিছতে তেওঁ ঢুকায়।

—সেই বাতৰি পাইছিলোঁ ; ল'ৰা-ছোৱালী ?

—ছোৱালী এজনী আছে ; কেতিয়াবাই বিয়া দি উলিয়াই দিলোঁ। সিহঁত লক্ষ্ণৌত থাকে। মই এতিয়া সম্পূর্ণ মুক্ত। পাটনাত তোমাৰ কিবা জৰুৰী কাম আছে নে কি ?

—কাম একো নাই ; বন্ধু এজনৰ লগত দুমাহমান কটাবৰ মনেৰেহে তালৈ ওলাইছোঁ।

—তেনেহলে মোৰ তাতে কেদিনমান কটাই যোৱাঁচোন। কিবা আপত্তি আছে নে কি ?

—কিহৰ আপত্তি থাকিব ? ইমান দিনৰ মূৰত তোমাক লগ পাই কিমান যে ভাল লাগিছে। দুদিনমানলৈ তোমাৰ আলহী হ'বলৈ পালে হাততে স্বর্গ পোৱা যেন পাম।

গিৰিডিত তেওঁৰ লগতে ময়ো নামি পৰিলোঁ। সাদিন তাত থাকিলোঁ। দীপাই নো মোৰ লগত সৰু কালত কিয় তেনে অদ্ভুত ব্যৱহাৰ কৰিছিল এদিন মই সোধোঁতে ক'লে, "অত বছৰৰ মূৰত সেই কথা জানিবলৈ বিচাৰিছা যেতিয়া, কওঁ তেন্তে শুনা :

তোমাৰ সম্বন্ধে মোৰ সদায় এটা ইন্‌ফিৰিয়ৰিটি কম্‌প্লেকস্ আছিল। তোমাৰ প্রতিভাৰ লগত নিজৰ বুদ্ধিবৃত্তিৰ তুলনা কৰি নিজক হীন যেন লাগিছিল। যদিও তুমি মোক হিয়া উবুৰিয়াই তোমাৰ ভালপোৱা দিছিলা, তথাপি তোমাৰ জীৱনসঙ্গিনীৰূপে মই যেন উপযুক্ত নহ'ম, এনে এক ভাবে মোক খুলি খাইছিল। শিখা তোমাৰ মেছলৈ নিশা যোৱাৰ কথা যিদিনা তুমি মোক ক'লা, মোৰ কি হ'ল ক'ব নোৱাৰোঁ। ভাবিলোঁ, ৰূপে-গুণে সকলো পিনৰপৰা শিখা মোতকৈ শ্রেষ্ঠা। তুমি শিখাক বিয়া কৰাবা বুলি সেই নিশা তাইক দিয়া প্রতিশ্রুতিৰ কথা

শুনি মোৰ সন্দেহ হ'ল যে তাইৰ প্ৰতি তোমাৰো দুৰ্ব্বলতা আছিল ; নহ'লে তাইৰ ভাবুকিত ইমান গুৰুত্ব আৰোপ কৰি কিয় তেনেকৈ তাইক কথা দিবলৈ যাবাঁ। তাৰ বাবে মোৰ অকল হিংসাই নহয়, অভিমানো হৈছিল। সাতে-পাঁচে মই থিৰ কৰিলোঁ যে শিখাই তোমাক ভাল পায় যেতিয়া, মোতকৈ জীৱনত তাইহে তোমাক সুখী কৰিব পাৰিব। সেই ভাবিয়েই মই তোমাক ত্যাগ কৰাৰ সিদ্ধান্ত ললোঁ। ক্ষিতীশ বাবুৰ পৰিয়ালৰ লগত আগৰেপৰা আমাৰ পৰিয়ালৰ ঘনিষ্ঠতা আছিল। এবছৰৰ আগতে মোক বিয়া কৰোৱাৰ প্ৰস্তাৱ তেওঁ দদাইদেউ আৰু খুৰীক দিছিল। তেওঁলোকে তোমাৰ কথা কৈ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। শান্তিনিকেতনলৈ অহাৰ পাছত তোমাৰ চিঠি পঢ়ি মই বুজিছিলোঁ যে মোৰ বিয়া নোহোৱালৈকে তুমি হয়তো মোক পোৱাৰ আশা এৰিব নোৱাঁৰিবা। কিয় মিছাতে তোমাক ওলোমাই থওঁ বুলি ভাবি ক্ষিতীশ বাবুৱে আগতে দিয়া প্ৰস্তাৱ তেতিয়া লৰালৰিকৈ গ্ৰহণ কৰিছিলোঁ।

দীপাই কথাখিনি কৈ শেষ কৰাৰ পাছত ভালেমান পৰ আমি দুয়ো নিমাত। ভাব সাগৰত ডুবি মোক নিতাল মাৰি থকা দেখি তেওঁ সুধিলে, "কি হ'ল ? খং কৰিছা নে কি ?"

মই কলোঁ, "নাই কৰা ; কপালৰ লিখন নো কোনোবাই খণ্ডাব পাৰেনে ? কিন্তু কিয় মিছাতে তুমি মোৰ জীৱনটো নষ্ট কৰিলাঁ, দীপা ?"

দীপাই কান্দিবলৈ ধৰিলে ; চকুলো মচি মচি ক'লে, "সেই কথা আৰু সুলিয়াবা, ভাই। মোৰ বিয়াৰ পিছতে নিজৰ ভুল মই বুজিব পাৰিছিলোঁ। অকল তোমাৰ প্ৰতিয়েই নহয়, ক্ষিতীশ বাবুৰ প্ৰতিও মই দোর্ঘোৰ অন্যায় কৰিছিলোঁ। তেওঁৰ শয্যাসঙ্গিনী হোৱাৰ পাছত বঢ়িয়াকৈ বুজিব পাৰিছিলোঁ যে তোমাৰ বাহিৰে মোৰ হৃদয়ত কোনেও কোনোদিনা ঠাই নাপাব। মাইকী মানুহে এবাৰেইহে মাথোন সঁচাকৈয়ে ভাল পাব পাৰে। আনৰ কথা ক'ব নোৱাৰোঁ ; মোৰ অন্ততঃ সেয়ে অভিজ্ঞতা।"

ভালেমান সময় আমি দুয়ো আকৌ নীৰৱ। তাৰ পাছত মই সুধিলোঁ, "বাৰু, তুমি যি কৰিলা কৰিলা, শিখাই কিয় মোৰ লগত তেনেখন খেল খেলিলে ক'ব পাৰাঁনে ?"

—পাৰোঁ ; তাকো কওঁ তেন্তে, শুনা : তাই মোক সকলোবোৰ কথা এদিন খুলি কৈছিল। কৈছিল : "মোক ভাল নাপাই বিশ্বনাথে তোক ভালপোৱা কথাটো মোৰ অসহ্য হৈছিল। মোৰ ৰূপৰ সি অৱমাননা কৰা যেন লাগিছিল। নিজকে লাঞ্ছিত, অপমানিত, পৰাজিত যেন বোধ হৈছিল। যদিও তেতিয়া প্ৰকৃত কথা বুজিব পৰা নাছিলোঁ, পিছত বুজিব পাৰিছিলোঁ যে প্ৰকৃততে সেই অপমানৰ প্ৰতিশোধ ল'বলৈকে—বিশ্বক পৰাজয় কৰিবলৈকেহে মই তালৈ বিয়া সোমাইছিলোঁ। বিয়াৰ পিছত সৎ ভাৰ্য্যা ৰূপে তাক সুখী কৰিবলৈ চেষ্টা হ'লে দিছিলোঁ, কিন্তু এটা কথাই অহৰহ মোক যন্ত্ৰণা দিছিল। মই বঢ়িয়াকৈ বুজিব পাৰিছিলোঁ যে মোক বিয়া কৰোৱাৰ পাছতো বিশ্বই তোক পাহৰিব পৰা নাছিল। সেই কাৰণত মোৰ প্ৰাণত প্ৰতিশোধৰো ভাব জাগিছিল।

"প্ৰবীৰ বিলাতৰপৰা ঘূৰি অহাৰ পিছত মোৰ কি হ'ল ক'ব নোৱাৰোঁ ; তাক দেখি আগৰ কথা মনত পৰি মই বলিয়া হলোঁ। তেতিয়াহে বুজিব পাৰিলোঁ যে বিশ্বক কোনোদিনা প্ৰকৃততে মই ভালপোৱা নাছিলোঁ। প্ৰবীৰকহে পাইছিলোঁ ; বিশ্বলৈ বিয়া সোমাই দুয়োৰো প্ৰতি অবিচাৰ কৰিছিলোঁ।

"বিশ্বৰ প্ৰতি বিশ্বাসঘাতকতা কৰি যে মই দুখ পোৱা নাছিলোঁ তেনে নহয় ; বিবেকে মোক বৰকৈ বিন্ধিছিল ; কিন্তু কি কৰিম, ভাই, মই তেতিয়া তেনেই অসহায়। বিশ্বক সকলো কথা খুলি কৈ, ক্ষমা খুজি, ডিভৰ্চ বিচাৰিবলৈকে মনে মনে থিৰ কৰিছিলোঁ। তাৰ আগতে সেইদিনা দুপৰীয়া সকলো কথা প্ৰকাশ হৈ পৰিলত, এক হিচাপে মই ভালকে পাইছিলোঁ। সেই ছলনা, প্ৰৱঞ্চনাময় জীৱন মোৰ পক্ষে অসহ্য হৈ উঠিছিল।"

অলপ পৰ থমকি, দীঘল হুমুনিয়াহ এটা পেলাই বিশ্বই ক'লে :

সেয়ে ভাই, মোৰ জীৱন-কাহিনী। মই সুধিলোঁ, "এতিয়াও দীপাক বিয়া কৰাই জীৱনৰ বাকী কেইটা দিন সুখী নোহোৱা কিয় ?"

—এতিয়ানো আৰু বিয়াৰ বয়স আছেনে ? এতিয়া আছে গৈ মাথোন জীৱনপুৰাৰ স্মৃতি সুঁৱৰি হা-হুমুনিয়াহ কঢ়া আৰু জীৱন-সন্ধিয়াৰ ক্লান্ত দিগন্তৰ পিনে উদাস দৃষ্টিৰে চাই থকাৰ কেইটামান দিন বাকী।

—কিয়, বাৰ্ট্ৰাণ্ড্ ৰাচেলে, চাৰ্লি চেপলিনে, ৰবাৰ্ট ব্ৰাউনিঙে বুঢ়া কালত বিয়া কৰোৱা নাছিলনে ?

—তেওঁলোকৰ সমাজ আৰু আমাৰ সমাজ একে নহয়। লোকৰ হাঁহিয়াতৰ পাত্ৰ হ'বলৈ কোনে বিচাৰে ? যিকি নহওক, মাজে-সময়ে গৈ দীপাৰ লগত দুই-চাৰি দিন কটাই আহোঁ। সেয়ে মোৰ মানত যথেষ্ট। কিন্তু এটা কথা তোমাক কওঁ—বিশ্বাস কৰিবা—আমি বাহুৰবাগানৰ মেছত থকা কালৰ ১৮।১৯ বছৰীয়া সেই দীপা, আৰু প্ৰায় ষাঠি বছৰীয়া আজিৰ দীপাৰ মাজত অকণো পাৰ্থক্য মই বিচাৰি নাপাওঁ।

## ॥ মুল্য আদায় ॥

সিদিনা অলপতে এাদন সন্ধিয়া বেলিকা নৱীনৰ ঘৰত পঢ়াশলীয়া দিনৰ সহপাঠী কেইজনমান গোট খাইছিলোঁ। কথা-বতৰাৰ মাজত নৱীনে ক'লে, "এই, ১৯২৫ চনত আমি আঠত্ৰিছজনে যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰপৰা মেট্ৰিক পৰীক্ষা দিছিলোঁ। সেই আঠত্ৰিছজনৰ নাম মনত আছেনে? কেউজনে মিলি আধা ঘণ্টা মান সময় অনুশীলন চলোৱাৰ পাছত কুৰিজনৰ নাম হে মনত পৰিল; বাকী ওঠৰজনৰ নাম একোপধ্যে বিচাৰি উলিয়াব পৰা নগ'ল। জীৱনৰ সোঁতত কত প্ৰিয় লগৰীয়া কেনি উটি-বুৰি নোহোৱা হ'ল তাৰ ফুটকে এতিয়া আক পাবলৈ নাই।

আহমদে মোক সুধিলে, "তোৰ তাহানিখনৰ বন্ধু কিৰণৰ খবৰ কি অ'? তাক কেতিয়াবা লগ পাৱনে?"

মই কলোঁ, "বহু বছৰ লগ পোৱা নাই। সি তোৰ হে নলেগলে লগা বুজুম ফ্ৰেণ্ড্ আছিল। তাৰ বতৰা তই হে ৰখাৰ কথা।"

আহমদে উত্তৰ দিলে, "এদিন সি মোৰ অন্তৰঙ্গ বন্ধু আছিল, সঁচা, কিন্তু তাৰ দৰে এক অদ্ভুত চৰিত্ৰ দ্বিতীয় এটি জীৱনত মই লগ পোৱা নাই।"

কেউজনে একেলগে সুধিলে, কেনে নো অদ্ভুত চৰিত্ৰ কোৱাঁচোন শুনো।

আহমদে তেতিয়া ক'বলৈ ধৰিলে :

'তাৰে সৈতে মোৰ কেনে অন্তৰঙ্গতা আছিল, তোমালোকে জানা। এদিনো তাক লগ নোপোৱাকৈ থাকিলে মোৰ মন মৰি গৈছিল। তেনে ধৰণৰ বন্ধুত্বৰ অভিজ্ঞতা কৈশোৰত হে মাথোন লাভ কৰিব পাৰি। যৌৱনত ভৰি দিয়াৰ পাছত কাৰো মাজত বন্ধুত্বৰ তেনে নিবিড় বান্ধ আৰু নাথাকে।

'যিকি নহওক, মেট্ৰিক পাছ কৰি মই গলোঁ পঢ়িবলৈ কলিকতালৈ, সি গ'ল বেনাৰচলৈ। কেইবা বছৰো তাৰ লগত দেখা-শুনা হোৱা নাছিল। পঢ়া সাং কৰি দুয়ো কৰ্মক্ষেত্ৰত নামিলোঁ। মই ললোঁ হাকিমৰ কাম, সি হ'লগৈ ইঞ্জিনীয়াৰ। কিছুদিনৰ পিছত আমি দুয়ো বিয়া কৰালোঁ। নিজৰ নিজৰ সংসাৰত ডুব গৈ দুয়ো দুয়োকো প্ৰায় পাহৰি পেলালোঁ।

'কেইবা বছৰৰ মূৰত মই যেতিয়া জয়ন্তীয়া পৰ্বতত এচ-ডি-অ' হৈ আছিলোঁ, তেতিয়া কিৰণে এমাহৰ ছুটী লৈ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটিৰে সৈতে আহি মোৰ আলহী হ'লহি। সেই সময়ত সি বৰপেটাৰ গড়কাপ্তানি এচ-ডি-অ' আছিল।

'জয়ন্তীয়া পৰ্বতৰ সদৰ ঠাই জোৱাই চহৰত উপস্থিত হৈ কিৰণে মোক ক'লে, "ভাই, বহুদিন তোমাৰে মোৰে দেখাদেখি নাই ; এবাৰ তোমাক চাবৰ মন গ'ল। কিছুদিনৰপৰা গাটোও অলপ বেয়া হৈছে। সাতে-পাঁচে এমাহ দিন সপৰিয়ালে তোমাৰ ইয়াতে কটাম বুলি আহিছোঁ।"

'মই কলোঁ, "বঢ়িয়া কথা। ইমান দিনৰ মূৰত পুৰণা বন্ধুলৈ যে মনত পৰিল, তাৰ বাবে নথৈ শলাগ। এমাহ পৰ্বতীয়া হাৱাপানী সেৱন কৰিলে গা ভাল হৈ যাব।"

'জোৱাইত এচ-ডি-অ'ৰ বঙলাটো আছিল এই ঠাঁচৰ ঃ

| বাথ্ ৰুম্ | ১নং বেড্ ৰুম্ | পিছফালৰ বাৰাণ্ডা | ডাইনিং ৰুম্ | বাথ্ ৰুম্ |
| --- | --- | --- | --- | --- |
| | ২নং বেড্ ৰুম্ | বৈঠকখানা | | |
| | অফিচ ৰুম্ | আগফালৰ বাৰাণ্ডা | গেস্ট্ ৰুম্ | |
| | | পৰ্চ | | |

'১নং বেডৰুমটো আছিল মোৰ ঘৈণী আৰু ল'ৰা-ছোৱালীৰ শোৱনি কোঠা; ২নং বেড্ৰুমত শুবলৈ লৈছিলোঁ মই। সেইটো কোঠা আৰু অফিচ ৰুমটো খালী কৰি দিয়া হ'ল, কিৰণৰ পৰিয়ালক থাকিবলৈ। মোৰ বিচনাখন আলহীৰ বেডৰুমলৈ স্থানান্তৰিত কৰালোঁ। মোৰ শোৱনি কোঠাটোত কিৰণৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী হালক থাকিবলৈ দিহা কৰি দিয়া হ'ল। অফিচ ৰুমত কিৰণৰ বাবে বিচনা পতাই দিয়ালোঁ।

'সাদিনমান ভালেকালে চলিল। কিৰণ আৰু তেওঁৰ সহধৰ্মিণী লতিকাক গাৱেঁ-ভূঁঞে ফুৰাই-চকাই লৈ ফুৰিলোঁ। পৰ্বতীয়া জনজাতিৰ সংসৰ্গ তেওঁলোকে আগতে কাহানিও পোৱা নাছিল। সিসকলৰ ধৰণ-কৰণ, পিন্ধন-উৰণ চাই মেলি কিৰণ আৰু তেওঁৰ ঘৈণীয়েকে বৰ ৰং পোৱা যেন দেখিলোঁ।

'তাৰ পাছত, এদিন মাজ-নিশা গেস্ট্ ৰুমৰ, অৰ্থাৎ মই এমাহলৈ

শুবলৈ লোৱা আলহীৰ শোৱনি কোঠাৰ আৰু ডাইনিং ৰুমৰ মাজৰ দুৱাৰখনত কোনোবাই ঢকিওৱাৰ শব্দ শুনি সাৰ পাই, বিচনাৰপৰা উঠি, বিজুলী চাকিটো জ্বলাই, দুৱাৰখন খুলি দেখিবলৈ পালোঁ, হাতত টৰ্চলাইট্ এটা লৈ লতিকা দুৱাৰ-মুখত থিয়দি আছে।

'তেতিয়া জাৰকালি, পৰ্বতীয়া চহৰত ভাল জাৰ পৰিছিল। তথাপি লতিকাৰ অঙ্গত বস্ত্ৰ বুলিবলৈ আছিল চিল্কৰ ফিলফিলীয়া চেমিজ এটাহে মাথোন। দুৱাৰখন খুলি খন্তেক তেওঁৰ পিনে চাবলৈহে পালোঁ, ঘপ্ কৰে তেওঁ মোৰ কোঠাত সোমাই, বিচনাত বাগৰ দি কম্বলিৰে গা মেৰালে। মই মনে মনে গুণিলোঁ, ই কি কাণ্ড! এনে পৰিস্থিতি মোৰ কল্পনাৰো অতীত আছিল।

'লতিকা আছিল ৰূপহী গাভৰু, মযো পোখোৱা গজগজীয়া ডেকা। সেই অৱস্থাত মই উত্তেজিত হোৱা নাছিলোঁ বুলি ক'লে মিছা কোৱা হ'ব। তথাপি এজন অন্তৰঙ্গ বন্ধুৰ প্ৰতি বিশ্বাসঘাতকৰ কাম কৰাৰ কথা ভাবি মই কোঁচ খাইছিলোঁ, নিজকে দমাবলৈ চেষ্টা দিছিলোঁ।

'লতিকাৰ কাষতে বিচনাখনত বহি, তেওঁৰ গালে-মূৰে হাত ফুৰাই কলোঁ, "কিৰণ কেনেবাকৈ সাৰ পাব লাগিলে কি কাণ্ড ঘটিব পাৰে ভাবি চোৱাচোন। তুমি যোৱা গৈ।"

'মোৰ কথা কাণত নুতুলি, মোৰ ডিঙিত সাৱটি ধৰি তেওঁৰ কাষতে মোকো শুৱাবলৈ তেওঁ টনা-আঁজোৰাখন কৰিবলৈ ধৰিলে। কিমান পৰ নো লোভ সামৰি থাকোঁ? লাহেকৈ তেওঁৰ কাষতে বাগৰ দি কম্বলিৰে গা ঢাকি তেওঁক বুকুত আঁকোৱালি ললোঁ।

'কেই মিনিটমান গ'ল, তাৰ পাছত আগ ফালৰ বাৰাণ্ডাৰ দুৱাৰখনত ঢুকম্-দাৰাম্ খুন্দা পৰিল দুৱাৰৰ কাঁচ ঠনৰঠনকৈ ভাঙি মজিয়াত সিঁচৰতি হ'ল। লগে লগে কিৰণৰ চিঞৰ শুনিলোঁ, "আহমদ, আহমদ, বেগেতে দুৱাৰ খোলা।"

'ঘপৰাই উঠি লতিকাই ডাইনিং ৰুমলৈ লৰ দিলে। বাৰাণ্ডাৰ ফালৰ দুৱাৰখন খুলি, কিৰণক তাত থিয় দি থকা দেখি, নিমাখিত প্ৰাণীৰ ভাও জুৰি, আচৰিত হোৱা যেন হৈ সুধিলোঁ, "কি হ'ল তেঁ?"

'কিৰণে ক'লে, "মোৰ ৱাইফ তেওঁৰ কোঠাত নাই। মোৰ কোঠাৰপৰা তেওঁৰ কোঠালৈ যোৱা দুৱাৰখনত ভিতৰ ফালৰপৰা খিলি লগোৱা আছে। বাজেদি ওলাই গৈ খিৰিকীয়েদি টৰ্চ্ মাৰি চাই দেখিলোঁ, অকল ল'ৰা-ছোৱালীহাল হে তাত শুই আছে। কি কাণ্ড চোৱাঁচোন।"

'মই কলোঁ, "বেড্ৰুমটোৰ লগত লগা বাথৰুম্ নাই; বোধকৰোঁ ডাইনিং ৰুমৰ দাঁতিৰ বাথৰুমলৈ আহিছে। নহলে নো ক'লৈ যাব?"

'কিৰণ তেতিয়া অতিশয় উত্তেজিত। মই তেওঁক বুজনি দি থাকোঁতে অফিচ ৰুমৰ দুৱাৰেদি আগফালৰ বাৰাণ্ডালৈ আহি লতিকাই কোমল মাতেৰে সুধিলেহি, "কি হৈছে? আইনা ভঙাৰ শব্দ শুনা যেন লাগিল।" অৰ্দ্ধনগ্না অৱস্থাত তেতিয়া তেওঁ নাই; কাপোৰ-কানি পিন্ধিহে ওলাইছিল।

'কিৰণলৈ চাই মই তেতিয়া কলোঁ, "সৌৱা দেখোন তোমাৰ ঘৈণীয়েৰ; নিশাতে কোনোবাই পলুৱাই নিলে বুলি ভাবিছিলা নে কি?"

'টিঙিৰি তুলা যেন হৈ কিৰণে উত্তৰ দিলে, "তুমি মোক বুৰ্বক পাইছাঁ নে কি?"

'লতিকাই তেনেতে মাত দিলে, "মাজনিশাখন মিচেচ্ আহমদৰ শোৱা কোঠাৰ মাজেদি বাথৰুমলৈ যাওঁ কেনেকৈ? সেই দেখি ইটো বাথৰুমলৈ আহিছিলোঁ। তাৰ বাবে ইমান খণ্ডা-খণ্ডিখন কিহৰ?" মোৰ পিনলৈ চাই তাৰ পাছত তেওঁ সুধিলে, "এৰেঁই আপোনাৰ দুৱাৰত খুন্দিয়াই আইনা ভাঙিছিল নে কি? কি আপদ!"

কিৰণৰ পিঠিত থপৰিয়াই মই তেতিয়া কলোঁ, "যোৱাঁ, মাথা ঠাণ্ডা কৰি এতিয়া শুই থাকাঁগৈ।"

'পাছদিনা পুৱা চাহৰ পিয়লাটো হাতত লৈ আগফালৰ বাৰাণ্ডালৈ ওলাই গৈ কিৰণক পোছাক কৰি বাৰাণ্ডাতে চকী এখনত থম্‌থম্ কৈ বহি থকা পালোঁ। তেওঁৰ লগত অহা লগুৱাটোৱে তেতিয়া

তেওঁলোকৰ মালমটং বান্ধি-ছাটি এটি এটিকৈ বাৰাণ্ডালৈ উলিয়াবলৈ ধৰিছে। সেই কথালৈ মন কৰি কিৰণক সুধিলোঁ, "কি হ'ল হেঁ ? টালি-টোপোলা বান্ধিলা দেখোন ?"

—মোৰ ভাল লগা নাই ; এতিয়াই আমি যাম গৈ।

—এমাহ থাকিবাঁ বুলি আহিছিলা ; হঠাতেনো কি হ'ল ?

—একো হোৱা নাই ; এনেয়ে ভাল লগা নাই।

'খন্তেক পিছতে সাজ-কাচ কৰি লতিকাও ওলাই আহিল। তেওঁৰ মুখত মাতবোল নাই। লগুৱাই পেটাৰি-পেটেৰাবোৰ নি মটৰত তুলিলেগৈ। মই লাহেকৈ মাত দিলোঁ, "যাবলৈকে ওলালা যেতিয়া, যোৱাঁ বাৰু, পিছে খাই-বৈ যোৱা হ'লে ভাল পালোহেঁতেন।"

কিৰণে ক'লে, "নালাগে, বাটত গৈ আমি খোৱা-বোৱা কৰিম।"

'ময়ো আৰু ওজৰ-আপত্তি নুলিয়ালোঁ। তেওঁলোক গ'ল গৈ।

'কেইবা বছৰবো পিছত মই যেতিয়া শ্বিলঙত ডেপুটি কমিচনাৰ হৈ আছিলোঁ, কিৰণো তালৈ বদলি হৈ আহিল, এক্‌জিকিউটিভ্ ইঞ্জিনীয়াৰ, অৰ্থাৎ গড় কাপ্তানিৰ জিলা চাহাব হৈ।

'শ্বিলঙত উপস্থিত হোৱাৰ পাছ দিনাই কিৰণ মোৰ ঘৰত ওলালহি। সেই দিন ধৰি নিতৌ তেওঁ এবাৰ মোৰ ঘৰলৈ আহে, নাইবা মই তেওঁৰ ঘৰলৈ যাওঁ। স্কুলকি যাবলৈ ধৰা আমাৰ বন্ধুত্বৰ বান্ধ্ পুনৰ কট্‌কটীয়া হৈ উঠিল। কিৰণৰ ভাবগতিকৰপৰা বুজিলোঁ যে মোৰ ওপৰত তেওঁৰ তেতিয়া আৰু বিন্দুমাত্ৰ সন্দেহ নাই ; মোৰ প্ৰতি তেওঁৰ আগৰ মৰম অটুট।

'এবছৰৰ পিছত হঠাৎ কিৰণ কামৰপৰা চাচ্‌পেণ্ড্, অৰ্থাৎ সাময়িক বৰ্খাস্ত হ'ল—দুনীতিৰ অভিযোগত। প্ৰায় তিনি বছৰ কাল তেওঁ সেই অৱস্থাতে কটালে—তদন্তৰ অন্ত নপৰেহে নপৰে।

'সেই সময় ছোৱাত সম্ভৱতঃ কিৰণৰ সংসাৰত অভাৱ-অনাটনে দেখা দিছিল, কাৰণ এদিন আহি মোক ক'লে, "ভালেদিন দৰ্মহা পোৱা নাই ; বৰ আহুকালত পৰিছোঁ। মোক কিছু ধন ধাৰে দিয়া।"

'দি পাবোঁ দিলোঁ। তাৰ পিছৰপৰা সাদিনে-পযেকে তেওঁ মোৰ

পৰা ধন ধাৰে নিবলৈ ধৰিলে। কেতিয়াবা আহি কয়, "আজি বজাৰ কৰিবলৈ হাতত ফুটা কড়ি এটাও নাই; যি পাৰা দিয়া।" এই দৰে প্ৰায়েই তেওঁ পঞ্চাছ, এশ, দুশকৈ, মোৰপৰা টকা নিবলৈ ধৰিলে।

'এদিন মই কলোঁ, "তুমি মোৰপৰা টকাকড়ি যি নি আছাঁ, মই হ'লে হিচাপ ৰখা নাই; তুমি ৰাখিছাঁ তো?"

'কিৰণে উত্তৰ দিলে, "এঃ, কি নো কোৱাহে? কিয় নাৰাখিম? প্ৰত্যেকটো টকাৰ হিচাপ মই লিখি ৰাখিছোঁ। তুমি তো জানাই দুৰ্নীতিমূলক কাম মই একো কৰা নাই। মিছাতে মোৰ ওপৰত তদন্ত বহুৱাইছে। মোৰ চুলি এডালিও সিহঁতে লৰাব নোৱাৰে; খালাচ্ মোক দিবই লাগিব। ভালেই হ'ল, কাম-বন নকৰাকৈ বহি বহি থাউকতে এগাল ধন পাম। ধনখিনি পালেই পাটীপইচাটোলৈকে তোমাৰ ধাৰ শুজিম, ভাই, সেই বিষয়ে তুমি চিন্তাকে নকৰিবা। তোমাক নো মই ঠগিবলৈ যাম নে?"

'কিৰণৰ কথাত মোৰ সম্পূৰ্ণ বিশ্বাস হ'ল। তেওঁৰ টানৰ দিনত যেতিয়াই পাৰিছিলোঁ তেতিয়াই সহায় কৰিছিলোঁ। প্ৰতি মাহৰ পহিলা তাৰিখে তেওঁ মোৰ অফিচত ওলায়হি। মোৰ দৰ্মহাটো পিয়নে আনি মোৰ হাতত নিদিয়ালৈকে বহি থাকে। দৰ্মহা আহি মোৰ হাতত পৰা মাত্ৰকে কিছু টকা আদায় কৰি বিদায় লয়।

'এবছৰৰ মূৰত মোৰ পেন্‌চনৰ সময় আহিল; হাত ধৰি চলিব-লগীয়াত পৰিলোঁ। ঠিক সেই সময়তে কিৰণকো চৰ্কাৰে কম্পাল্‌চৰি ৰিটায়াৰমেণ্ট, অৰ্থাৎ বাধ্যতামূলক অৱসৰ গ্ৰহণ কৰালে। পাবলগীয়া ধনবিত্ গোটেইখিনি জানিবা তেওঁ পালে।

'সেই বাতৰি পাই এদিন গৈ তেওঁক কলোঁ, "ভাই, টকাকড়ি গোটেইসোপা তো তুমি পালাঁ। মোৰ এতিয়া টানৰ দিন পৰিছে। তোমাৰপৰা পাবলগীয়া টকা কেইটা ঘূৰাই পোৱা হ'লে ভাল আছিল।"

'কিৰণে ক'লে, "তুমি নোকোৱাকৈয়ে তোমাৰ ধাৰ শুজাৰ কথা মই ভাবিয়েই আছিলোঁ। হিচাপপত্ৰ কৰি দুই-চাৰি দিনতে তোমাৰ টকা পঠাই দিম।"

'দুই-চাৰি দিন তো পাৰ হ'লেই, এমাহলৈকো থাৰ তজ্জাৰ নাম নোলোৱা দেখি এদিন চিঠি এখন লিখি লগুৱা এটা তেওঁৰ গুৰিলৈ পঠালোঁ। উত্তৰত কিৰণে চিঠি এখন হে পঠালে। তাত লিখিছিল :

"বহু বছৰৰ আগত এদিন তুমি মোৰ বহুমূলীয়া সম্পত্তি এটি হৰণ কৰিছিলা। তাৰ মূল্য মই আদায় কৰিলোঁ। ধনবিতৰ কথা আৰু ভুলিয়াবা।"

আহমদৰ কাহিনীৰ শেষ পৰিলত আমাৰ মাজৰে এজনে কেহেটালিৰ সুৰত মাত দিলে, "এঃ, বৰ আফ্চোচৰ কথা ; খাবলৈ তো একোটো নাপালাই, তদুপৰি ভৰণিহে হ'ল ."

আহমদেও একেটা সুৰতে উত্তৰ দিলে, "নক'বা দেও. অখালডাঁৰে গধুৰ জৰিমনা ভৰিলোঁ।"

## ॥ ঘটকালি ॥

যোৰহাট চহৰৰপৰা চাৰি মাইল আঁতৰত আছে আমাৰ পুৰণা গাওঁ বজাহাউলি। মোৰ বয়স যেতিয়া ছয়-সাত বছৰ তেতিয়া গাৱঁলৈ প'লে টুৰাই মিস্তিৰী নামেৰে এজন কাঠমিস্ত্ৰীক প্ৰায়েই লগ পাইছিলোঁ। মোক মৰম-চেনেহ কৰিছিল, মাজে-সময়ে বগৰী আৰু মধুৰিআম খুৱাইছিল।

তাৰ পাছত যুগ তল গ'ল। আঠৈ কুৰি বছৰৰ পিছত চাকৰিৰ-পৰা অৱসৰ লৈ ডিগাবৰ অঞ্চলৰ মেলামাটি বোলা গাওঁ এখনত থিতাপি লৈছোঁহি মুঠেই এনেতে এই গাৱঁৰ কাষতে এলেঙি বোলা গাওঁ এখনত বাস কৰা নিতাই নামেৰে এজন কাঠ-মিস্ত্ৰীয়ে, টুৰাই মিস্ত্ৰিৰীৰ পুতেক বুলি নিজৰ চিনাকি দি মোক দেখা কৰিলেহি। তেতিয়াৰপৰা ঘৰত কাঠ-মিস্ত্ৰীৰ কিবা কাম ওলালে নিতাইকে মাতোঁ। কাম নাথাকিলেও মাহেকে-পষেকে একোবাৰ এনেয়েও তেওঁ আমাৰ বহাত ওলায়হি।

এদিন পুৱা বেলিকা হৰিহৰ শইকীয়া নামেৰে এজন আদহীয়া মানুহক লগত লৈ মোৰ ওচৰত উপস্থিত হৈ নিতায়ে ক'লে বোলে শইকীয়াৰ তিনিজনী ছোৱালী উৰণ হৈ আছে; তাৰে ডাঙৰজনীৰ বাবে বজাহাউলিত ল'ৰা এটা ওলাইছে। তাৰ বাপেক কেতিয়াবাই ঢুকাল। ল'ৰাৰ মাকক মই একেষাৰ ক'লে বিয়াখন হোৱাৰ সম্পূৰ্ণ সম্ভাৱনা আছে।

ল'ৰা নো কোন, মাক-বাপেক নো কোন বুলি মই সুধিলত নিতায়ে ক'লে: "তাহানিখনৰ মালিৰামক আপোনাৰ মনত থাকিব পায়। সি ঢুকাবৰ ভালে দিন হ'ল। তাৰে ল'ৰা।"

মালিৰামলৈ মোৰ মনত পৰিল। তেওঁ বৰ ফুচুৰি, সৰবৰহী লোক আছিল। মই কলোঁ: "মালিৰামৰ ল'ৰা যদি মই একেষাৰ কৈ চাব পাৰোঁ, পিছে আমাৰ এখেত হৰিহৰৰ ছোৱালী বা কেনে বিধৰ?"

হৰিহৰে ক'লে, "দেউতা, ছোৱালী, লৈ লৰ মৰাও নহয় দলিয়াই পেলোৱাও নহয়। বন্ধা-বঢ়া, তাঁতসূত সকলোতে কাজী, পিছে, মিছা ক'লে কি হ'ব, দেউতা, গাৰ বৰণটো হ'লে ক'লা।"

মই সুধিলোঁ, "বৰ ক'লী নে কি?"

নিতায়ে ক'লে: "বৰ ক'লী নহয়, দেউতা; ল'ৰাৰে মিলিব।"

—ল'ৰাটোনো কেনেকুৱা? সি কৰে কি?

নিতায়ে উত্তৰ দিলে: "ল'ৰাটো গড়-কাপ্তানিৰ মহৰী; দেখিবলৈ বগাজগা গোসাঁইৰ ল'ৰাটিৰ লেখিয়া, ঘৰৰ অৱস্থাও টনকিয়াল।"

মই তেতিয়া কলোঁ: "বগাজগা গোসাঁইৰ ল'ৰাযেন ল'ৰাই জানো ক'লী ছোৱালী বিয়া কৰাবলৈ ৰাজী হ'ব?"

হৰিহৰে তেনেতে মাত দিলে: "ক'লী হ'লে কি হ'ব, দেউতা; গঢ় গুৱণী; গাৰ বৰণতকৈ কাম-কাজৰ পিনেহে চকু দিব লাগে।"

সাত-পাঁচ গুণি মই কলোঁ: "মালিৰামক মই ভালকৈ চিনি পাইছিলোঁ, পিছে ঘৈণীয়েকক হ'লে কোনো দিনা লগ পোৱা নাই। তথাপি, তোমালোকে ধৰিছাঁ যেতিয়া এদিন যাওঁ বাৰু, ওলোৱাঁ।"

কেদিনমানৰ মূৰত নিতাই আৰু হৰিহৰক লৈ বজাহাউলিত ওলালোঁগৈ। ৺মালিৰামৰ ঘৰত উপস্থিত হৈ আগফালৰ কোঠা এটাত হৰিহৰে ময়ে বহিলোঁ। নিতাই ভিতৰলৈ সোমাই গ'ল। অলপ পৰৰ মূৰত এগৰাকী তিৰোতা মানুহক লগত লৈ আকৌ সি ওলাই আহিল। তিৰোতাগৰাকীয়ে দীঘলকৈ ওৰণি লৈ ওলাইছিল; মুখখনি দেখিবলৈ পোৱা নাছিলোঁ। তেওঁৰ হাতত কাঁহৰ বাটিত দুবাটি চাহপানী।

বাটি দুটি আমাৰ সমুখত থৈ, ভিতৰলৈ সোমাই গৈ তামোলপাণৰ বটা এটা হাতত লৈ ওলাই আহি আমাৰ কাষত মাটিতে বহি তেওঁ তামোল কাটিবলৈ ধৰিলে। সেই ছেগতে নিতায়ে আমাৰ ফালৰ প্ৰস্তাৱটি তেওঁৰ আগত দাঙি ধৰিলে।

মানুহগৰাকীয়ে তেতিয়া ক'লেঃ "বাৰু, তামোল-চাপি খাওকচোন ; ধীৰে-সুস্থিৰে আমি কথা-বতৰা হওঁ। আপোনাসকলৰ লেখিয়া গৃহস্থই বাপেকী নোহোৱা মাউৰা ল'ৰালৈ ছোৱালী দিবলৈ ওলাইছে, সেইটো আমাৰ ডাঙৰ ভাগ্যৰ কথা। পিছে কথা আগবঢ়াৰ আগতে দুই-চাইটা বিষয় খৰচি মাৰি গমাপিটা কৰা ভাল হ'ব যেন পাওঁ।"

কথা কিআষাৰ কৈ মিচেচ্ মালিৰামে ওৰণিখন গুচাই, হৰিহৰৰ পিনলৈ উদং মুখখন আগবঢ়াই দি ক'লেঃ "আপুনি মোলৈ এবাৰ ভালকৈ চাওকচোন বাৰু, মোক চিনি পায় নে নাই ?"

হৰিহৰৰ থৰকবৰক লগা যেন দেখিলোঁ ; মেহেঙামেহেঙকৈ ক'লে : "চিনি পাওঁ পাওঁ লাগিছে ; সঠিককৈ ধৰিব পৰা নাই।"

--কেলেই, তাহানিখন আপুনি বিয়া কৰাই ক'লী বুলিযে ঘৈণীয়েকক বিয়াৰ পাছদিনাই খেদি পঠাইছিল, সেই ক'লীজনী ময়েই নে কি ভালকৈ মন কৰি এবাৰ চাওক চোন।"

হৰিহৰৰ মুখখন কেঁহেৰাজ বৰণীয়া হ'ল। মিচেচ্ মালিৰামৰ স্বৰ তেতিয়া উৰ্দ্ধলৈ চৰিল। তেওঁ ক'বলৈ ধৰিলেঃ "হেৰ, ক'লী বুলি মোক খেদাইছিলি নহয় ? তোৰ ছোৱালী বোলে মোতোকৈ ক'লী। মোৰ বগা ল'ৰালৈ তোৰ কেতোৰ ক'লী ছোৱালী যাচিবলৈ আহিলি এতিয়া কোনটো নাকেৰে, হোঁ ?"

মই পেটে পেটে বোলোঁ, হে হৰি, ঘটকালি কৰিবলৈ আহি ভালখন বিপাঙত পৰিলোঁহি। এনেতে ভিতৰৰপৰা হৃষ্টপুষ্ট, বগাজগা ডেকাল'ৰা এটা ওলাই আহি হৰিহৰক চকু পোন্দোৱাই ধৰি ক'লে : "মানে মানে আপোনালোক এতিয়া বিদায় হওক ; নহ'লে কথা বেয়া হ'ব।"

সুৰসুৰকৈ আমি ওলাই আহিলোঁ। মোৰ বৰ খং উঠিছিল ; লাজো

পাইছিলোঁ। হৰিহৰক ডাবি দি সুধিলোঁ: "নিজৰ ঘৈণীয়েৰৰ ল'ৰাৰ লগত ছোৱালীৰ বিয়া পাতিবলৈ আহি মোক এই লাঞ্চনাখন খুৱালিহি কি বুলি ?"

হৰিহৰে কাওঁবাওঁকৈ ক'লে: "দেউতা, জানিশুনি নো মই এনে কাম কৰিবলৈ আহোঁনে ? কুকুৰৰ পিতেক নিতায়ে মোক কৈছিল বোলে মাকৰ আৰু ল'ৰাৰ লগত কথা-বতৰা পাতি সি সকলো ঠিকঠাক কৰি থৈছে। আপোনাক লগত লৈ এবাৰ মাকক লগ ধৰিলেই কাম পকিব। সেইজনী যে মোৰে আগৰ ঘৈণী সেইকথা মই জানিম কেনেকৈ ?"

নিতাইক ভালকৈ ধৰি চৰ ভুপাতমান দিবৰ মন গ'ল নিতাই কেনি গ'ল ঘূৰি-পকি চাই তাক ক'তো নেদেখিলোঁ। ঢেঁগবুজি কোনোবা টলকত ইতিমধ্যে সি ঘিটিং মাৰিলে।

সেয়ে মোৰ জীৱনৰ প্ৰথম আৰু শেষ ঘটকালি।

## ॥ বিক্ৰম ॥

শ্যামৰায়পুৰ চাহ বাগিচাৰ মালিক শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীৰ বয়স এতিয়া সাতসত্তৰ বছৰ কিন্তু কথাই-বতৰাই, খোজে-কাটলে এতিয়াও তজবজীয়া ডেকাটি হৈয়ে আছে। বন্ধু-বান্ধৱ সকলোৱে আজিকালি তেওঁক প্ৰভু বুলি সম্বোধন কৰে।

বিক্ৰম আছিল আগতে প্ৰভুৰ বাগানত কাম কৰা বনুৱা; পিছত ড্ৰাইভাৰৰ ঢাপলৈ প্ৰমোচন পাই, আজি ভালেমান বছৰৰপৰা তেওঁৰ ড্ৰাইভাৰ হৈ আছে।

কেই বছৰমান আগলৈকে আমি সেৱন কৰা এবিধ পানীয় যোৰহাট-গোলাঘাটতকৈ ডিমাপুৰত ভালেখিনি সস্তাত পোৱা গৈছিল। সেই দেখি সেই সময়ত প্ৰভুৱে মধ্যে মাজে মাজে ডিমাপুৰলৈ গৈ কেইবা মাহো চলিব পৰাকৈ কেইবা বাকচকৈ দ্ৰব্য একেলগে লৈ আহোঁ।

এবাৰ বস্তু-বাহানি গোটাইপিটাই আমি ডিমাপুৰৰপৰা ঘৰমুৱা হৈছোঁ এনেতে চাৰি আলিত পুলিচে হুইচিল বজালে। পিছে, বিক্ৰমে দেখোন গাড়ী নৰখাই কোঁকোৱাই চলাবলৈহে ধৰিলে। মটৰ চাইকেলেৰে দাৰোগা এজনে পিছে পিছে খেদি আহি আমাক জগ ধৰি থানালৈ আমন্ত্ৰণ জনালে। দাৰোগাক ভালেমান পৰ বৰাই-বুজাই হে থানালৈ নোযোৱাকৈ মানে মানে সেইদিনা আমি সাৰি আহিলোঁ।

খঙত সাতকুৰা অগ্নিমূৰ্তি হৈ প্ৰভুৱে বিক্ৰমক সুধিলে পুলিচে

হুইচ্‌ল্ বজাওঁতে সি গাড়ী নাৰাখিলে কিয়। সি উত্তৰ দিলে: গাড়ীত বাক্‌চা চব আছে না।

—বাকচ থাকিলে গাড়ী ৰাখিব নালাগে বুলি তোক কোনে কৈছিল।

—কোনেও ভি নাই কৈছিল।

—তেন্তে নৰখাইছিলি কিয়?

বিক্ৰম নিমাত।

প্ৰভু গাড়ীৰ পিছৰ চীটত অকলে আয়ম কৰি বহিছিল; বিক্ৰমৰ বাওঁপনে মই আগৰ চীটত বহি আহিছিলোঁ। প্ৰভুৱে একেবাহে পাঁচ মিনিট সময়ো বিক্ৰমক গাড়ীখন তাৰ নিজৰ ইচ্ছা মতে কোনোদিনা চলাবলৈ নিদিয়ে: হেই, সেইটো গাঁত আছে; চকুদুটা মেলি গাড়ী চলাবি; হেই, সোঁফালে তোৰ চকুৰ আগত শুকান ৰাস্তা পৰি থাকোঁতে, বাওঁফালে বোকাসোপাৰ ওপৰেদি নিছ কিয়? গিয়াৰ বদ্‌লা; গিয়াৰ বদ্‌লাবলৈ তোক এতিয়া আকৌ নতুনকৈ শিকাব লাগে, বুধক, আগত সেইটো খাল আছে; চাবি, কেনেবাকৈ যদি মই থেকেচনি খাওঁ, তোৰ মূৰটো ইয়াতে থৈ যাম; ঘৈণীয়েৰে তোৰ গাৰ বাকী ছোৱা হে দেখিবলৈ পাব—ইত্যাদি মিঠা মিঠা মাতেৰে প্ৰভুৱে বিক্ৰমক গোটেই বাটে সম্ভাষণ জনাই থাকে। সেইটো তেখেতৰ অভ্যাসেই। পিছে ধমকি শুনি বিক্ৰমে ভয় খাওক চাবি মিচিক্ মিচিক্‌কৈ হাঁহি কেঁৰাকেঁৰিকৈ তাৰ অকণমানি বাওঁ চকুটোৰে নিগনিয়ে চোৰাদি মোৰ পিনে চায়। মোৰ পক্ষেও তেতিয়া হাঁহি সামৰা টান হৈ পৰে।

সেইদিনা কিছু বাট অহাৰ পাছত প্ৰভুৰ খং জামবিলত বিক্ৰমক তেওঁ সুধিলে: পুলিচে তোক থানাত নি ভৰাই থোৱা হ'লে কি কৰিলিহেঁতেন?

—থানাতে থাকিলিহেঁতেন।

—কিমান দিন থাকিলিহেঁতেন?

—দহ বাৰ দিন।

তাৰ কথা শুনি আমাৰ হাঁহি উঠিলে সি একো মুবুজাৰ ভাও জুৰি গহীনটো হৈ দেখুৱায়।

এবাৰ প্ৰভু গুৱাহাটীৰপৰা নিজৰ বাগিচালৈ উলটিছে। তেখেতৰ বাগিচা শ্যামৰায়পুৰ পাবলৈ মুমলীগড়ৰপৰা বাৰ-তেৰ মাইলমান গোলাঘাটৰ পিনলৈ আহিব লাগে। নগাৰঁত পেট্ৰল ল'বলৈ তেওঁ গাড়ী ৰখোৱালে। পেট্ৰল ভৰাই থাকোঁতে to ease himself তেওঁ কেনিবা অলপ আঁতৰি গ'ল। পেট্ৰল ভৰোৱা হ'লত বিক্ৰমে প্ৰভু গাড়ীত আছে নে নাই মন নকৰাকৈয়ে গাড়ী চলাই দিলে। খণ্ডত একো নাই হৈ প্ৰভুৱে জহ কালি চৌফলীয়া ৰ'দত পেট্ৰল ডিপুৰ সমুখত টহলিবলৈ লাগিল। তেওঁ ভাবিলে: আজি ই মোক বধিলে; শ্যামৰায়পুৰৰ বঙলাৰ গাড়ী-বাৰাণ্ডা পৈ নোপোৱালৈকে তো সি গাড়ী নৰখাব।

পিছে আধাঘণ্টামানৰ মূৰত মুখত হাঁহি বিৰিঙাই বিক্ৰম উলটি আহি ওলালহি। প্ৰভুৱে যিমানে দম্দমায় সিমানে সি মিচিক্ মিচিক্ কৈ হাঁহে।

কিছু বাট অহাৰ পাছত, খং মাৰ গ'লত, প্ৰভুৱে সুধিলে: তই ক'ৰপৰা উলটিলি?

—পুৰণিগুদাম।

—কিয়নো উলটিলি?

—চাহেব গাড়ীত নাই বুলি মই বুজিলি।

—কেনেকৈনো বুজিলি?

—এত্তা দেড়্ গালি নাই চুনিলি।

প্ৰভুৱে সেই দিনাৰপৰা হোৱাই-নোহোৱাই বিক্ৰমক দকচিবলৈ এৰি দিলে। তাক দেখিলেই মোৰ হাঁহি উঠে। সিও মোক দেখিলে তাৰ মিচিকীয়া হাঁহিৰ নমুনাটি মোক দেখুৱাবলৈ কোনো দিনা নাপাহৰে।

Long live বিক্ৰমৰ বিক্ৰম।

## ॥ অৱসৰ ॥

চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছত গাৱঁত আহি থিতাপি লৈ মুৰ্গী-গাহৰিৰ পাম খোলাৰ ইতিবৃত্ত 'ফাৰ্মিং' বোলা কাহিনীত আগতে বৰ্ণাইছিলোঁ। * মুৰ্গী-গাহৰিৰ পামৰ সামৰণি পৰাৰ পাছত কৰিবলৈ একো নোহোৱা হৈ দিনবোৰ নাযায় নুপুৱায় যেন হ'ল। অকল কিতাপকে নো কিমান পঢ়ি থাকিম? আগতে ডিটেক্‌টিভ্ নভেল পঢ়াৰ অভ্যাস নাছিল। এতিয়া এগেথা কৃষ্টি, হেড্‌লি চেইজ্, পিটাৰ চেইনী—যি পাওঁ তাকে পঢ়োঁ। পঢ়ি আমনি লাগিলে কি কৰোঁ কি নকৰোঁখন লাগে। পেট্ৰলৰ বুজন পৰিমাণৰ মূল্য থাকোঁতে মাজে সময়ে গোলাঘাট-যোৰহাটত পাক একোটা মাৰি আহোঁগৈ; মনটো অলপ মুকলি হয়। পেট্ৰলৰ দুই-ছাই দাম হ'লত সেইফেৰা সুখৰো মুদা মৰিল।

পুৱা উঠি চাহৰ পিয়লাটো হাতত লৈ বাৰাণ্ডাত পাতি থোৱা আৰামী চকী এখনত হাত-ভৰি মেলি দীঘল দি পৰি থাকোঁ। ঘৰৰ চালত ঘনচিৰিকা এজাকে বাঁহ লৈছে। বিশেষকৈ বৰষুণৰ দিনত সিহঁতৰ টাবুৰি-ভাবুৰি, চিৰিকালিখন চাই থাকি ভাল লাগে। চৰাই-চিৰিকটিবোৰৰ লাজ-চৰম বুলিবলৈ একো নাই। ডবৰা-ডবৰি, জোঁটাপুটিখন লগাই নানান খেমালি সিহঁতে দেখুৱায়, ভাল কথা, কিন্তু মাজে মাজে দেখাশুনাকৈ যৌন-বিহাৰ কৰিও দেখুৱায়।

---

* 'বহুযত্ন' বোলা সঙ্কলনত প্ৰকাশিত হৈছে।

সিহঁতৰ তুলনাত আমি মানুহবোৰ সঁচাকৈয়ে সভ্য। বেয়া কাম কৰিবলগীয়া হ'লে আমি লুকাই-চুৰকৈহে কৰোঁহঁক। লোকে দেখা-শুনাকৈ নো কোনোবাই তেনেবোৰ কাম কৰেনে ?

ঘনচিৰিকা তো ঘনচিৰিকাই, ঘৰৰ চাঙত, অৰ্থাৎ কাঠৰ চিলিঙৰ ওপৰত, ডালশলীয়া এমখায়ো ঘৰ পাতিছে। সিহঁতৰ ঘিটঘিটনিত নিশা কেতিয়াবা কেতিয়াবা টোপনি ভাঙে। এনেবোৰ সমস্যাৰ সমাধানৰ দায়িত্ব আজীৱন কাল ঘৰৰ মানুহৰ গাতে সঁপি দি নিশ্চিন্ত, নিৰ্বিকাৰ হৈ আছিলোঁ। এতিয়াও তেনেবোৰ সমস্যাৰ সমাধান বিচাৰি উলিওৱাটো তেওঁৰ ডিপাৰ্টমেণ্টৰ হে কাম বুলি ভাবি এদিন কলোঁ: "ডালশলীয়াৰ উপদ্ৰৱত থাকিব নোৱৰা হৈছে; কিবা এটা নকৰাঁ কিয় ?" উত্তৰ দিলে বোলে, "মই কি কৰিব লাগে ? টাঙোন এডাল আৰু টচ্ লাইট এটা হাতত লৈ নিশা চাঙৰ ওপৰত গৈ বহি থাকিব।"

চাঙৰ ওপৰৰ ঘিটঘিটনিৰ কথা বাৰু এৰিলোঁৱেই, মাজে-সময়ে ভালেমান নিশালৈকে ফটিকা এগিলাচ্ বা কিতাপ এখন হাতত লৈ বৈঠকখানাত বহি থাকোঁতে, বিয়াগোম ডালশলীয়া একোটাই মোৰ আশেপাশে বিচৰণ কৰি ফুৰেহি। মই হাই-হুই লগালে পলাওক ছাৰি চিক্‌চিকীয়া ক'লা অকণি অকণি চকু দুটাৰে মোলৈ চাই ভাবুকি দিব খোজা যেনহে লাগে। মুখেৰে ফুটাই নক'লেও প্ৰকাৰান্তৰে মই কওঁ: "কটাৰ পো বন্দী কটা, এসময়ত ছয়-সাতোটাকৈ জিলা-হাকিমে মোৰ হুকুম তামিল কৰিছিল, সেইকথা গম পাব নে নাপাব ? নগণ্য ডালশলীয়া, তয়ো এতিয়া মোক ভাংকুটা মাৰি যেন হে গণ্য কৰা হ'লি।"

হাতৰ কাষতে পোৱাকৈ মাজে-সময়ে লাখুটি এডাল থওঁ। ডালশলীয়ালৈ পোনাই শোধাওঁ কেতিয়াবা একোটা মাধমাৰ। পিছে, ডালশলীয়াই জাপানী কাইদাৰ জিউজিউট্চু জানে নেকি ক'ব নোৱাৰোঁ, কোনোদিনা সিহঁতৰ পিঠিত টাঙোনৰ মাৰ এটিও নপৰে; পকা মজিয়াত টঙনিয়াই নিজৰ হাতত হে দুখ পাওঁ। দুখ পাই

উস্‌আস্‌ কৰি থাকোঁতে ক'ত কাৰোবাৰপৰা সহানুভূতি এফেৰি পাম, সি ·খোঁটালীৰপৰা সমিধান আহে: "উস্‌! নিশাখন চকুৰ পতা জাপ খুউওৱাৰো উপায় নাইকিয়া হ'ল।"

ডালশলীয়া নিপাত কৰাৰ বুধি এটা জানিবা এদিন এজনে দিলে। মেকুৰী এজনী পু হিবলৈ ললোঁ। তাৰ পিছৰপৰা ডালশলীয়াৰ উপদ্ৰৱ লাহে লাহে পাতলি আহিল।

ডালশলীয়াৰ উপৰিও হাউলিত আৰু এজন বীৰৰ আবির্ভাব হৈছিল। তেওঁৰ কথাও এইখিনিতে কৈ থওঁ। গাহৰি-মুৰ্গীৰ পাম ফেল মৰাৰ পিছত ৰাইফে দেশী মুগী কেইজনীমানকে পুঁহিবলৈ লৈছিল। তাৰ মাজতে ডাঙৰ জাতৰ বিলাতী মোৰোগ এটাও আছিল—যুঁজাৰু মোৰোগ। মোক দেখিলেই সি দেখোন-যুঁজ মাৰিবলৈ খেদি আহে। এদিন ফুলপুলি খুচৰি থাকোঁতে পাছফালৰ-পৰা আহি মোৰ পিঠিত সি যিটোহে খোঁট মাৰলেহি, গাত চোলা নথকা হ'লে কিজানি মঙহকে এচটা এৰুৱাই নিলেহেঁতেন। তাৰ নো মই কি জগৰ লগাইছিলোঁ, সি হে জানে।

বাৰীতে ডাউক এযুৰি আৰু কপৌ কেই হালিমানেও বাঁহ লৈছিল; নেউল এটায়ো। নেউলটোৱে মুগী পোৱালি, পাৰ-পোৱালি ধৰি খাই ভাল হানি কৰিছিল। কপৌকিটিয়ে পুৱা দোক-মোকালিৰেপৰা চিঞৰি-বাখৰি খলক লগাই থাকে। ৰেলগাড়ী এখন চলি যাওঁতে যেনেকৈ ফটা-ছাতি জগবন্ধু, ফটাছাতি জগবন্ধু বুলি কোৱা যেন শুনি, তেনেকৈ কপৌবোৰেও মাত দিওঁতে অতি অসভ্য ভাষাত মোকে গালি পৰা যেন শুনোঁ—ইমান অসভ্য ভাষা যে তাক লিপিবদ্ধ কৰিব নোৱাৰি।

মেকুৰী পুঁহিবলৈ লোৱাৰ দুমাহ মানৰ মূৰত মেকুৰীজনীৰ তিনিটি পোৱালি জগিল। এমাহৰ ভিতৰতে তিনিওটি নোকোহা-নোদোকা হৈ এনে ধুনীয়া হৈ উঠিল, জানিবা তিনিটি পুতলা হে। সন্ধিয়া পৰত মই বহি থকা চকীখনৰ সমুখৰ চোফাখনত উঠি তিনি-উটাই নানান তৰহৰ ভাকটি-ভুকুটা দেখুৱাই থাকে। ডবৰা-ডবৰি, বগৰা-বগৰিৰ উপৰিও ইটোৰ গালৈ সিটোৱে কুশন দলিয়াবলৈ চেষ্টা

দিয়ে। মাকে মাজে মাজে নেজডাল লৰং-ফৰং কৰি জোকাৰি দেখুৱায়। তিনিউটাই সেইডালত খামুচি ধৰিবলৈ লৰ দিয়ে, পিছে ধৰিব নোৱাৰে ; সুৰুক কৰে মাকে নেজডাল আঁতৰাই নিয়ে। কিছুদিনলৈ সন্ধিয়া বেলিকাটো সিহঁতৰ টালুকি-ভালুকিখনকে চাই চাই সময় বেছ কাটি গৈছিল। পিছে, ধেমালি-ধুমুলাতে সন্তুষ্ট নাথাকি লাহে লাহে সিহঁতে দগাবাজি কৰিবলৈ আৰম্ভ কৰিলে। খোৱা টেবুললৈ জঁপিয়াই উঠি প্লেট্ গিলাচ্ ভাঙি চূৰমাৰ কৰিবলৈ ল'লে। সেই দেখি, এটি এটিকৈ তিনিওটিকে ঘৰৰ মানুহে বিদায় কৰিলে। কেদিনমানৰ মূৰত মাকজনীও মৰি থাকিল। মেকুৰীৰ পৰ্ব সিমানতে শেষ হ'ল।

আগতে মোৰ প্ৰকাণ্ড এল্‌চেচিয়ান কুকুৰ এটা আছিল। তাৰ লগতে ধেমালি-ধুমুলা কৰি ভালেখিনি সময় কটাইছিলোঁ। অৱসৰ লৈ অহাৰ দুবছৰমানৰ মূৰত বুঢ়া হৈ সিও মৰি থাকিল। চেনেহৰ লগৰীয়া এটি হেৰুৱালোঁ। পুনৰ এটা এলচেচিয়ান পোহাৰ আৰ্থিক সামৰ্থ্যও নাইকিয়া হৈ আহিছিল। গতিকে ভলু নামেৰে আধা নগা আধা চাহাব আদৰাণ্ডী কুকুৰ এটাকে বিচাৰি-খোচাৰি আনি ঘৰ লগাই-ছিলোঁহি, পিছে তাৰ অভ্যাসবোৰ আছিল বেলেগ বিধৰ। দুদিনমানৰ অন্তৰে অন্তৰে হঠাৎ সি অন্তৰ্ধান হয় ; কেইদিনমানৰ মূৰত আকৌ ওলায়হি। এবাৰ সি অন্তৰ্ধান হোৱাৰ পিছত, আমাৰ থকা ঠাইৰপৰা তিনি মাইল আঁতৰৰ চাহৰ দোকান এখনত এদিন গৈ তাক লগ পালোঁ। চাহৰ দোকানীৰ মুখে শুনিলোঁ বোলে আগতে কিছুদিন ভলুৱে সেই দোকানতে বাস কৰিছিল ; চাহপানী খাবলৈ সি বৰ ভাল পায়। ধৰি বান্ধি আনি এইবাৰ পুৱা গধূলি তেওঁক চাহ-পানীৰ যোগান দিয়াৰ ব্যৱস্থা কৰা হ'ল। কিন্তু সিও গুণ নিদিলে। এবাৰ তেওঁ যি নাইকিয়া হ'ল হ'লেই ; ঘূৰি আৰু নাহিল।

জাৰকালি ইয়াত বেলি ওলাওঁতে ভালেমান পলম হয় ; দহ-এঘাৰ বজালৈকে গোটেইখন কুঁৱলীয়ে ছাটি ধৰি থাকে। তেনেকুৱা সেণ্ডেটা বতৰত, পুৱা বেলাৰ চাহ-জলপানৰ অধ্যায় সামৰিবলৈ কেতিয়াবা মুঢ়া এটা লৈ বান্ধনি ঘৰৰ জুহালৰ গুৰিত বহোঁগৈ। পিয়াঁজৰ বাকলি,

আলুৰ বাকলি, কণীৰ চোকোৰাবে ৰান্ধনিঘৰ গোটেইখন কুকন্থলী হৈ থাকে। সেইবোৰ দেখি-শুনি মোৰ গা টিহটিহায়। ভেকাহি মাৰিলে উত্তৰ পাওঁ: "ইয়ালৈ নো আপোনাক কোনে মাতিছিল? ঠেংঠুং মেলি জুহালখন আগুৰি বহি থাকিলে মানুহে কাম-বন কৰে কেনেকৈ?" কেনিও উপায়েই নাই।

মাজে সময়ে সৰু জী আহে, ল'ৰা-ছোৱালী তিনিটি লৈ। দুই-চাৰি দিন থাকেহি। ভাল লাগে। পিছে, ভাল লাগিলে কি হ'ব? জী নাতিনীৰ শাসন গৃহিণীৰ শাসনতকৈয়ো কড়া। পুৱাৰপৰা গধূলিলৈকে মাথোন শুনিব লাগে, অমুকটো কিয় কৰিলা, তমুকটো কিয় নকৰিলা, ইত্যাদি। বুঢ়া মানুহ সঁচাকৈয়ে ভাংকুটা মাৰি।

এদিনাখন পুৰণিকলীয়া সখা ৺ফাইজ্ হাজৰিকা ওলালহি। নানান কথাৰ মাজত মোক সুধিলে: তোমালোকৰ চাপৰি মাটি কিমান আছে? মই কলোঁ, তিনিটা চাপৰি মিলাই তিনি পুৰামান হ'ব কিজানি।

— সেই মাটি কি কামত খটুৱাইছাঁ?

— এডোখৰত গৰু-ম'হ চৰে; বাকী দুডোখৰ কঠীয়াতলি।

তেতিয়া ফাইজে ক'লে: তিনিও ডোখৰতে জাহাজীকলৰ পুলি লগোৱাই দিয়াঁ। এপুৰা মাটিত ছশ জাহাজীকল ৰুব পাৰি। একো-জোপা কলে, নাই নাই বুলিও, পোন্ধৰ টকাকৈ ৰূপ দিব। দুবছৰত চহকী হৈ উঠিবাঁ।

তেওঁৰ মন্ত্ৰণাকে সাৰোগত কৰি তিনিওটা চাপৰিত জাহাজীকল লগোৱাই দিলোঁ। ফাইজে পুৰাত ছ শকৈ পুলি লগাবলৈ উপদেশ দিছিল; মই ভাবিলোঁ, সৰহকৈ ৰোৱালে সৰহ ধন আহিব; ভালেইহে। সেই ভাবি পুৰাত এহেজাৰমানকৈ পুলি ৰোৱাই দিলোঁ।

বছৰেকৰ মূৰত কলে থোক মেলিলত দেখা গ'ল, একো থোকত কল লাগিছিল ১৫।২০ গোটকৈ; তাকো একোটি কল কেঞা আঙলিটোতকৈ অলপ হে শকত। কল বেচাৰ হিচাপ বঢ়িয়াকৈ খাতা এটাত লিখি গৈছিলোঁ। এবছৰ পূৰ হ'লত, অঙ্ক কৰি পোৱা

হ'ল, কল বেচি মুঠতে ৯৩২৲ (ন শ বত্রিছ) টকা পাইছিলোঁ; তাৰপৰা কল পুলিৰ বেচ আৰু কাম কৰা মানুহৰ হাজিৰা বাদ দি লাভৰ ঘৰত বিশেষ একো নৰ'লগৈ। জাহাজীকলৰ খেতিয়ে চহকী কৰাৰ আশাও পৰিহাৰ কৰিবলগীয়াত পৰিলোঁ।

দূৰ-দূৰণিৰপৰা ট্ৰাকেৰে ঘাঁহৰ চপৰা কঢ়িওৱাই অনাই ঘৰৰ সমুখত মই ধুনীয়াকৈ 'লন্' এখনি তৈয়াৰ কৰিছিলোঁ। তাত গৰু-ম'হ দেখিলে মোৰ খং উঠে। চাপৰিত কলখেতি আৰম্ভ কৰাৰ পাছত হালোৱা গৰু ঢুহাল, ম'হ এটা আৰু তিনিজনী গাইগৰুৱে, দমৰা-দামুৰি লগত লৈ, লনখনত চৰিবলৈ ল'লে। সেই কথা লৈ ঘৰত খকাখুন্দা লাগিলে ঘৰৰ মানুহে কয়: গৰু-ম'হ চৰিবলৈ চুককোণ বুলিবলৈ য'ত ঢুই এটি আছিল, তাকো বন্দী কৰিলে। গৰু-ম'হ পাল নো এতিয়া ক'ত চৰিবগৈ? মোৰ মূৰটোৰ ওপৰত চৰিলেহে হ'ব।

মই কলোঁ: তোমাৰ মূৰটোৰ ওপৰত এপাল গৰু-ম'হ নো কেনেকৈ চৰিব দেও? লনতে চৰক দিয়া। মাথোন গোবৰৰ চুৱাবোৰ যেন উঠাই নিয়ে সেই কথালৈ চকু দিবা।

সেই চৰ্ততে জানিবা আমাৰ আপোচ মীমাংসা হ'ল। জাহাজী কলতো চেফেৰা পৰিলেই, লাভৰ মূৰত মোৰ মৰমৰ বিতোপন লনখনিও চৰণীয়া পথাৰত পৰিণত হ'ল।

গৰু-ম'হ পালে আমাৰ বাকবিতণ্ডা শুনি কিবা বুজি পাইছিল নে কি ক'ব নোৱাৰোঁ, মই কেনেবাকৈ কাষেদি গ'লে ম'হটোৱে মোলৈ খিদৰেহে চায়, যেন সি ম'হ নহয়, মহিষাসুৰ হে।

অৱসৰ ল'বৰ সময়ত ধনবিত যি অলপ-অচৰপ পাইছিলোঁ লাহে লাহে খতম হৈ আহিল। আৰ্থিক অনাটনৰ হেঁচাও অনুভৱ কৰিবলৈ ধৰিলোঁ। সেইবোৰ কথাকে ভাবি-গুণি মাজে মাজে ঘৈণীক বিমৰ্ষ বদনেৰে বহি থকা দেখোঁ। এদিন তেওঁৰ সেই মূৰ্তি দেখি, আনাতʼল ফ্ৰাঁচৰ 'ল' জংল'ৰ দ নত্ৰ দাম' (আমাৰ আই মেৰীৰ গিৰ্জা ঘৰৰ বাজিকৰ) বোলা গল্পটোলৈ মনত পৰিল। গল্পটো আপোনালোকে পঢ়িছেনে নাই ক'ব নোৱাৰোঁ। নাই পঢ়া যদি গল্পৰ সাৰাংশটো কওঁ, শুনক:

ফ্ৰান্সৰ কঁপিয়েন প্ৰদেশত বাৰ্ণাবে নামেৰে ভেলেকী বিদ্যাত পাৰ্গত, আবিয়ৈ, অঘৰী এটা বাজিকৰ আছিল। আজি এখন চহৰ বা গাৱঁত, দুদিন পিছত আন এখন চহৰ বা গাৱঁত, তাক দেখিবলৈ পোৱা যায়। একোখন চহৰ বা গাৱঁত উপস্থিত হৈ, বজাৰৰ কাষত সুচল ঠাই এডোখৰ বাছি লৈ, তাতে কম্বল এখন পাতি, সি টাটক-নাটক দেখুৱায়। লাখুটি এডালৰ মূৰত ৰূপ এচটি থৈ, লাখুটি ডাল নাকৰ আগত থিয় কৰাই, সি নানান ছেওৰে নাচোন দিয়ে, তথাপি লাখুটি-ডাল আৰু ৰূপচটি মাটিলৈ সৰি নপৰে। কেতিয়াবা আকৌ হাত দুখনত ভৰ দি ঠেং দুটা ওপৰলৈ কৈ থিয় হৈ, ছটা তামৰ টোপ্ ভৰিৰ আঙুলিৰে ওপৰলৈ উৰুৱাই দি, মাটিত পৰিবলৈ নিদিয়াকৈ টোপকিটা ভৰিৰ আঙুলিৰেই কপাকপ্ ধৰি পেলায়। তাৰ পাছত ধেনুভিৰীয়া মুদ্ৰা দি ভৰিৰ গোৰোহা দুটা গলধনত লগাই নিজৰ শৰীৰটোক চকৰী এটাৰ ৰূপ দি, সেই ভঙ্গীতে বৈ বাৰখন কটাৰীৰ খেল দেখুৱায়। তাৰ ভেলেকীবিদ্যা দেখি দৰ্শকবৃন্দ মুগ্ধ হয়। দুই-চাৰি পইচাকৈ কম্বলখনত ৰূপ কেইটকীমান গোট খায়। তাৰেই সি পেটে-ভাতে খাই থাকে। পিছে, জাৰকালি জাৰত তাৰ হাতভৰি ঠেৰেঙা দিলে খেল-ধেমালিবোৰ সি দেখুৱাব নোৱৰা হয়; জোখাৰে দৰ্শকো নাপায়। সেই দেখি সেইকিটা দিনত সি আতুৰত পৰে; ভালেমান নিশা ধৰা-লঘোন দি কাৰোবাৰ গোহালিত বা ঘোঁৰাশালত নিশাটো কটায়।

নিজৰ দুখ-দুৰ্গতিৰ কথা ভাবি বাৰ্ণাবেই পিছে কোনো দিনা আক্ষেপ নকৰিছিল। সি অতি সৎ প্ৰকৃতিৰ লোক আছিল আৰু কুমাৰী মেৰীৰ প্ৰতি তাৰ অগাধ বিশ্বাস আৰু অচলা ভক্তি আছিল। নিশা গোহালি-ঘৰত কাতি হৈ সি কুমাৰী মেৰীক প্ৰাৰ্থনা জনায়: হে দেৱী, এই জীৱনত মোৰ যি হ'ল হ'ল, কিন্তু মৰণৰ পাছত যাতে মই স্বৰ্গবাস কৰিবলৈ পাওঁ তাৰ দিহা যেন তুমি কৰা।

এদিন সন্ধিয়া পৰত লঘোনে-ভোকে নিশাৰ আশ্ৰয়ৰ থল গোহালি বা ঘোঁৰাশাল এখন বিচাৰি বাটে বাটে সি গৈ থাকোঁতে গিৰ্জাঘৰৰ

সংলগ্ন মঠত বাস কৰা উদাসীন ভকত, অৰ্থাৎ ধৰ্মযাজক ওৰফে পাত্ৰুৰী চাহাব এজনক লগ পালে। দুয়ো কথা-বতৰা পাতি অলপ দূৰ যোৱাৰ পিছত ভকতজনে বাৰ্ণাবেক সুধিলে: বন্ধু, তুমি এইদৰে বহুৰূপীৰ লেখিয়া সাজ-পোছাক পিন্ধি ফুৰিছা কিয়? তোমাৰ পেচা কি?

বাৰ্ণাবেই উত্তৰ দিলে: প্ৰভু, মই বাজিকৰ। টাটকীয়া খেল-ধেমালি দেখুৱাই পেট প্ৰৰ্ত্তাওঁ। মোৰ মনেৰে তাতকৈ ভাল পেচা জগতত নাই।

পাত্ৰুৰীয়ে তেতিয়া ক'লে: তুমি নো এইবোৰ কি বলকিছা হে? মঠৰ উদাসীন ভকতৰ পেচাতকৈ মহাযান পেচা জগতত কিবা থাকিব পাৰেনে? দিনে-নিশাই ঈশ্বৰ, কুমাৰী মেৰীৰ আৰু অৱতাৰসকলৰ গুণগান কৰি আমি সময় কটাওঁ। তাতকৈ মহান পেচা কিবা আছে নে?

নিজৰ ভুল বুজিব পাৰি বাৰ্ণাবেই উত্তৰ দিলে: মই এটি অজ্ঞগৌ, প্ৰভু; দাইদোষ নধৰিব। হয় তোন, আপোনাৰে মোৰে পেচাৰ নো তুলনা হয় নে? কেনেবাকৈ উদাসীন ভকত হ'ব পাৰিলে, তাহানি-খনৰেপৰা ছশখন চহৰ আৰু গাওঁ-ভূইত দেখুৱাই ফুৰা মোৰ ভেলেকী-বিদ্যা মই এৰি পেলাম।

পাত্ৰুৰীৰ বাৰ্ণাবেলৈ পুতৌ হ'ল; তেওঁ ক'লে: বাৰু বন্ধু, তুমি মোৰ লগতে তেনেহলে আহা; আমাৰ মঠতে তোমাক আশ্ৰয় দিম, আমাৰ লগৰে এজন উদাসীন ভকত হৈ এক গৌৰৱময় জীৱন যাপন কৰিবলৈ আমি তোমাক সুযোগ দিম। তাৰ ফলত তুমি মুক্তিলাভ আৰু স্বৰ্গবাস কৰিবলৈ পাবা।

পাত্ৰুৰীৰ মন্ত্ৰণাক্কে সাৰোগত কৰি বাৰ্ণাবেই সেইদিনাৰপৰা কুমাৰী মেৰীৰ মঠত উদাসীন ভকতৰ পেচা আৰম্ভ কৰিলে। পিছে, এটা কথালৈ মন কৰি তাৰ বেজাৰ লাগিবলৈ ধৰিলে। সি দেখিলে, মঠৰ উদাসীন ভকতসকলৰ একোজনে কুমাৰী মেৰীৰ অপাৰ মহিমা বখানি একোখন ধৰ্মগ্ৰন্থ যুগুত কৰিছে; একোজনে দিনে-নিশাই মেৰীৰ ছবি আঁকিছে; একোজনে আকৌ মেৰীৰ গুণকীৰ্ত্তন কৰি

গীতকৱিতা ৰচিছে। সেইবোৰ দেখি-শুনি বাৰ্ণাবেই ভাবিলে: মই সঁচাকৈয়ে এটা অকামিলা। 'ক'টোৰ তিনি চুকো মই চিনি নাপাওঁ। কি বিদ্যাৰ গুণেৰে নো মই দেৱীক পূজিম?

বেজাৰ মনেৰে সেইবোৰ কথা ভাবি-গুণি থাকোঁতে এদিন চাঁত্‌ কৰে তাৰ মূৰত এটা বুধি খেলালে। সি থিৰ কৰিলে যে সৰল চিতেৰে, ভক্তি গদগদ হৈ, যি কোনো বিদ্যাৰে পূজিলেই দেৱী তুষ্ট হ'ব। বিদ্যা বুলিবলৈ মোৰ একেটিয়েই মাথোন আছে। তাৰেই মই দেৱীক পূজি মুক্তিলাভ কৰি স্বৰ্গসুখৰ অধিকাৰী হ'ম।

সেই দিনাৰপৰা নিতৌ, মঠৰ গাতে লাগি থকা, কুমাৰী মেৰীৰ উচৰ্গা কৰা গিৰ্জাঘৰটোত কোনো নথকা পৰত সি মনে মনে গৈ সোমাই, দুৱাৰ-খিড়িকী জপাই লৈ, মেৰীৰ মূৰ্তি প্ৰতিষ্ঠিত বেদীৰ সমুখত, ঠেং দুটা ওপৰলৈ মেলি দি, হাত দুখনৰ ওপৰত থিয় হৈ, ভেলেকীবাজি দেখুৱাবলৈ ধৰিলে। এইদৰে ভালেমান পৰলৈ মেৰীক টাটক-নাটক দেখুৱাই, ঘামি-জামি সি মঠলৈ উলটি যায়।

নিতৌ ভালেমান পৰলৈ বাৰ্নাবে ক'ত অন্তৰ্ধান হয়, সেই কথা ভাবি মঠৰ অধিকাৰী মুখ্য ভকতজনৰ মনত কৌতূহল উপজিল। দুজন সহকাৰী ভকতক লগত লৈ এদিন তেওঁ গিৰ্জাঘৰৰ বেৰৰ জলঙাইদি জুমি চাই বাৰ্নাবেক মেৰীৰ সমুখত ভেলেকীবাজি দেখুৱাই থকা অৱস্থাত পালেগৈ। সেই দৃশ্য দেখি তিনিউজন ভকতৰ তিগ্ৰমাস্তি খং উঠিল; ভাবিলে কটা ই আমাৰ আই মেৰীৰ অৱমাননা কৰিছে; জকল সি বলিয়া হ'ল। সেই ভাবি তিনিউজন ভকতে বাৰ্নাবেৰ পিনে চোঁচা লবলৈহে পালে এনেতে এক অভূতপূৰ্ব, অভাৱনীয়, অলৌকিক ঘটনা ঘটিল। আচম্বিতে কুমাৰী মেৰীৰ প্ৰস্তৰ মূৰ্তিয়ে জীৱন্ত ৰূপ ধাৰণ কৰি, এখুজি দুখুজিকৈ বেদীৰপৰা নামি আহি, আঁচলেৰে বাৰ্নাবেৰ কপালৰ ঘাম মচি দিলেহি।

মুখ্য ভকতজনে তেতিয়া গিৰ্জাঘৰৰ মজিয়াত দীঘল দি পৰি, সাষ্টাঙ্গ প্ৰণিপাত জনাই মন্ত্ৰোচ্চাৰণ কৰিলে: Hereux les simples, car ils verront le Dieu (অ'ৰ' লে চেঁপ্ল, কাৰ ইল্ ভেৰঁ ল

দিউ = Blessed are the pure at heart, for they shall see God. )

সহকাৰী ভকত দুজনে তেতিয়া উচ্চাৰিলে : আমেন্।

লৰাকালত ময়ো দুই-চাইটা ভেলেকীবাজি, কুস্তীফুস্তী আৰু বিহু নাচৰ ছেও গোটাচেৰেক শিকি থৈছিলোঁ। এদিন পুৱা বেলিকা আমাৰ তেওঁক মুখ ওফোন্দাই বাৰাণ্ডাত বহি থকা দেখি, তেওঁৰ মন ভাল লগাবলৈ বাৰ্নাবেৰ আদৰ্শ অনুসৰি, নাচৰ ছেও দুটামান দি অলপ ভেলেকীবাজি দেখুওৱাৰ চেষ্টা দিবলৈ ধৰিলোঁ। পিছে উ! মন ভাল লাগক ছাৰি আমাৰ তেওঁৰ উগ্ৰ খং হে উঠিল ; ক'লে : মোৰ প্ৰেশ্বাৰ বাঢ়িছে, নাজানে কি ? বুঢ়া এটাৰ এনেখন চিৰিকালি নো কোনোবাই চাই থাকিব পাৰেনে ? মোৰ ষ্ট্ৰক হ'লে ভাল পাব হ'ব পায় !

তাৰ পাছত নো ক'বলৈ বা কৰিবলৈ কি থাকিল ? মুৰ্গী, গাহৰি, জাহাজীকলে চহকী কৰি তো ফলালেই, এতিয়া চহকী হোৱাৰ আন উপায় নিচিন্তিলে আৰু গা নৰয়। পিছে অলপতে এদিন গণক এজনে কৈছিল যে তিনি বছৰৰ পিছত বৃহস্পতিৰ অন্তৰত শনিৰ দশা আৰম্ভ হ'লে সিপুৰীলৈ মোৰ নাও মেলাৰ পূৰা সম্ভাৱনা আছে। সেয়ে যদি হয় দুদিনলৈ চহকী হৈ নো মোৰ কি শিং গজিব ? যি দৰে চলি আছে সেই দৰেই চলি থাকক।

## ॥ স্মৃতি ॥

এদিন গধূলি ফুৰি ফুৰি মোৰ বহুকলীয়া পুৰণি বন্ধু প্ৰবীন বৰুৱাৰ ঘৰ পালোঁগৈ। তেওঁ ড্ৰয়িং-ৰুমৰ চিমনিৰ কাষত বহি জুই পুৱাই আছে। মই গৈ পালত হুইচ্কি আনিবলৈ বেহেৰাক হুকুম দিলে। দুয়ো দুটা গিলাচ লৈ বহিছো; এনেতে পিয়নে বিদেশৰ মোহৰ মৰা এটা গধুৰ লেফাফা আনি বৰুৱাৰ হাতত দিলেহি। লেফাফাটো ফালিলত এখন আঠ-দহপতীয়া চিঠি ওলাল। বৰুৱাই ক'লে, "তুমি বেয়া নোপোৱা যদি মই চিঠিখন পঢ়োঁ; তুমি খবৰ কাগজখনকে চোৱাঁ।" "বেয়া পাম কিয়, পঢ়া" বুলি কৈ মই খবৰ কাগজ এখন লৈ পাত লুটিয়াবলৈ ধৰিলোঁ; বৰুৱাই চিঠি পঢ়িবলৈ লাগিল।

পঢ়া শেষ হ'লত চিঠিখন জেপত সুমুৱাই, দীঘল হুমুনিয়াহ এটা কাঢ়ি বৰুৱা তললৈকে টলকা মাৰি ৰ'ল। মই সুধিলোঁ, "কি হ'ল? চিঠিত কিবা বেয়া খবৰ আছিল নেকি?"

বৰুৱাই ক'লে, "নহয়। ই এটা অতি পুৰণি ৰহস্যপূৰ্ণ কাহিনী; শুনিবলৈ ইচ্ছা কৰা যদি কওঁ।"

মই কলোঁ, "কোৱাঁচোন, শুনো।" বৰুৱাই তেতিয়া ক'বলৈ ধৰিলে:

"মই বিলাতত পঢ়া শেষ কৰি ঘৰলৈ উলটিছোঁ। পেৰিচত দুদিনমান থাকি নেপল্চ অভিমুখে ৰেলত উঠিলোঁ। তিনিদিনৰ পাছত নেপল্চত জাহাজ ধৰাৰ কথা। এটা চেকেণ্ড ক্লাচ

কম্পার্টমেণ্টত সোমাই বহিলোঁ ; তাত আন যাত্রী আৰু কোনো নাছিল। ৰেল এৰিবলৈ অলপ সময় বাকী আছে এনেতে মাল-বস্তু লৈ সেই কুঠৰীতে পৰিয়াল এটা সোমালহি ; গিৰিয়েক, ঘৈণীয়েক, এজনা ১৫।১৬ বছৰীয়া দীপ্‌লিপ্‌ গাভৰু ছোৱালী আৰু এটা কেঁচুৱা। বাকচপত্রত থকা লেবেল বোৰৰপৰা বুজিলোঁ তেওঁলোক আমেৰিকাৰ পৰা আহিছে।

মাল-মটংবোৰ থানথিত লগাই থোৱাৰ পিছত ভদ্রলোকে ফৰাচী ভাষাত মোক সুধিলে মই ক'লৈ যাম। মই মোৰ গন্তব্য স্থানৰ কথা ক'লত তেওঁ মোক জানিবলৈ দিলে যে তেওঁলোক ইতালিৰ দক্ষিণে থকা চিচিলি নামৰ দ্বীপৰ অধিবাসী। ভালেমান বছৰৰ আগতে আমেৰিকালৈ উঠি গ'ল, তাত তেওঁ ব্যৱসায় কৰে। বহুদিনৰ মূৰত নিজৰ দেশ, আত্মীয়-স্বজনক চাওঁ বুলি চিচিলিলৈ আহিছে। ভদ্রলোক-জনে আমেৰিকান ইংৰাজী ভালকৈ ক'ব পাৰিছিল ; ইংৰাজীৰে আমাৰ কথা-বার্তা হ'বলৈ ধৰিলে ঘৈণীয়েক আৰু ছোৱালীজনীয়ে নিজৰ ভাষা ইতালিয়ানৰ বাহিৰে আন ভাষা ক'ব নোৱাৰিছিল।

"মই তেতিয়া বাইছ তেইছ বছৰীয়া ডেকা, চেহেৰাটো আছিল দেখিলে চকুৰোৱা। অলপ সময়ৰ ভিতৰতে বুজিব পাৰিলোঁ যে গাভৰুৱে মোৰ ওপৰত বেছ ইনটাৰেষ্ট লৈছে। ছোৱালীজনী অতি ভংভঙীয়া ধৰণৰ আছিল আৰু বাপেক-মাকৰ বেছি আদৰ পাই বোধ কৰোঁ অলপ নষ্টও হৈছিল। তাই মোৰ লগত ইতালীয় ভাষাৰেই কথা পতাত লাগিল। বাপেকে ইংৰাজীলৈ অনুবাদ কৰি মোক বুজায়, আৰু মোৰ কথা ইতালীয় ভাষালৈ অনুবাদ কৰি তাইক কয়। দুই-এটা ফৰাচী কথাও মাজে মাজে কৈছিল।

"পেৰিচৰপৰা নেপ্‌লচলৈ দুদিনৰ বাট। সেই দিনা দিনটো গৈ ৰাতি হোৱাৰ ভিতৰতে আমাৰ ভিতৰত এটা আপোন ভাৱৰ সৃষ্টি হ'ল। ভদ্রলোকে তেওঁৰ বাকচৰপৰা জাংফাই যেন ফটিকা উলিয়ালে। দুয়ো দুটা গিলাচ ললোঁ। ঘৈণীয়েক আৰু ছোৱালীজনীয়ে সৰু গিলাচত দুগিলাচ ওৱাইন ল'লে। গল্পগুজব কৰি থাকোঁতেই মহা আনন্দেৰে আমাৰ সময় কাটি যাবলৈ ধৰিলে।

"হঠাতে কথাৰ মাজত ছোৱালীজনীয়ে মোৰ ফালে চাই মিচিকিয়া হাঁহি এটি মাৰি লাহেকৈ কিবা এষাৰ কথা ক'লে, বাপেকে খেক্ খেক্‌কৈ হাঁহিবলৈ ধৰিলে ; মাকে তাইৰ ফালে ঘোপাকৈ চাই কিবা-কিবি ক'লত ছোৱালীজনীয়ে কান্দি দিলে। কথাটো কি হ'ল বুজিব নোৱাৰি মই ৰ লাগি চাই থকা দেখি বাপেকে ক'লে, 'মোৰ ছোৱালীয়ে কৈছে তুমি দেখিবলৈ বৰ ধুনীয়া।' মই ৰঙা-পিঙা পৰি গলোঁ। ছোৱালীজনীয়ে মোৰ ফালে চকুৰ আঁৰেদি চাওঁতে চকুৱে চকুৱে পৰিল। ভিতৰেদি বিজুলী চমকাদি কিবা যেন চমকি যোৱা যেন লাগিল।

"খোৱা-বোৱাৰ পাছত ৰাতি এঘাৰ মান বজাত ভদ্ৰলোকজনে ক'লে, 'এইবাৰ শোৱা যাওক।' তেওঁ আৰু তেওঁৰ ঘৈণীয়েক ওপৰৰ বাৰ্থ দুটালৈ উঠিল ; গাভৰুৱে আৰু মই তলৰ বাৰ্থ দুটা ললোঁ। মোৰ কাৰণে তলৰ বাৰ্থ এটা ৰিজাৰ্ভ আছিল। ভদ্ৰমহিলাক মোৰ বাৰ্থটো যাচিলত ক'লে, 'মই ওপৰত হে ভাল পাওঁ, ধন্যবাদ।"

"অলপ পৰৰ পিছত নাকৰ ঘোৰঘোৰণিৰপৰা বুজিলোঁ যে ভদ্ৰলোকৰ ভাল টোপনি আহিছে। লগে লগে মোৰো টোপনি আহিল ; লাল-কাল দি শুলোঁ। এনেকৈ কেইঘণ্টা গ'ল ক'ব নোৱাৰোঁ, হঠাৎ এটা বিৰাট জোকাৰণি আহিল। জোকাৰত সাৰ পোৱাৰ লগে লগে হিংস্ৰ জন্তুৰ আৰ্ত্তনাদৰ দৰে কিবা এটা বিকট আৰ্ত্তনাদ শুনি একে-চাৰেই জাপ মাৰি উঠি বহিলোঁ। কোঠাৰ ভিতৰত ঘোপ মৰা আন্ধাৰ, চাৰিউফালে মানুহৰ কেঁকনি-গোঠনি শুনা যেন লাগিল। চাকিটো জ্বলাওঁ বুলি চুইচ্‌টো টিপিলোঁ, কিন্তু পোহৰ নাহিল। জেপৰপৰা জুইৰ বাঁহটো উলিয়াই কাঠি এটা মাৰি চাওঁ দেখোন ভদ্ৰলোকজন গা ধোৱা ঘৰলৈ যোৱা দুৱাৰখনৰ সমুখতে চিত্ হৈ পৰি আছে ; তেওঁৰ গাত হুঁচ নাই যেন লাগিল। ঘৈণীয়েক তলৰ বাৰ্থ দুটাৰ মাজতে তলত বহি আছে। ছোৱালীজনীয়ে করুণ দৃষ্টিৰে মোৰ ফালে চাইছে। আৰু এটা কাঠি জ্বলাই ভদ্ৰলোকজনৰ ওচৰলৈ গৈ অলপ ভালকৈ চাই দেখিবলৈ পালোঁ, তেওঁৰ কপালত এটা জখম, তাৰপৰা তেজ বৈছে। ঘৈণীয়েকে বতলৰপৰা পানী ঢালি কমালখন

তিয়াই তেজ ৰাখিবলৈ চেষ্টা কৰিলে। কি কাণ্ড ঘটিল একো বুজিব নোৱাৰি মই কম্পাৰ্টমেণ্টৰপৰা ওলাই জুইচলা। কাঠিৰ পোহৰত এখোজ দুখোজকৈ কৰিডোৰেদি আগবাঢ়ি গৈ ৰিনিকি ৰিনিকি দেখিলোঁ। আমাৰ কম্পাৰ্টমেণ্টৰ আগৰ চাৰিটামান কোঠা ভাগি চূৰমাৰ হৈ গৈছে, এঠাইত পৰি আছে এটা মানুহৰ মূৰ, তাৰপৰা সো সো কৰে তেজ বৈছে। আন এঠাইত এটা ছিগা হাত, ক'ৰবাত একোটা ছিগা ভৰি। এই বীভৎস দৃশ্য দেখি মোৰ মূৰ ঘূৰাই গ'ল। বাঁইজাঁই লাগি পৰি যাওঁ পৰি যাওঁ যেন হলোঁ। কম্পাৰ্টমেণ্টৰ বেৰত মূৰটো থৈ কিছু পৰ আঁউজি থকাৰ পিছত হে খোজ কাঢ়িবলৈ শক্তি পোৱা যেন পালোঁ। বুজিবলৈ তোতিয়া বাকী নাথাকিল যে ৰেলৰ এটা ডাঙৰ ধৰণৰ দুৰ্ঘটনা ঘটিছে আৰু কাণে কাণ মাৰিহে আমাৰ জীৱন বাচিছে।

"কম্পাৰ্টমেণ্টলৈ ঘূৰি আহি তিনিও ধৰি মেলি ভদ্ৰলোকজনক তলৰ বাৰ্থ এটাৰ ওপৰত শুৱালোঁ। ঘৈণীয়েকে ওচৰতে বহি কপালত পানীৰ পতি দিবলৈ ধৰিলে। আমাৰ অৱস্থাটো নো কেনে চাওঁ বুলি খিড়িকীয়েদি মূৰ উলিয়াই দেখিলোঁ আমাৰ কোঠাটো ৪৫ ডিগ্ৰীৰ এঙ্গেলত বেঁকা হৈ ৰেলৰ লাইন যোৱা গড়াৰ দাঁতিত পৰোঁ পৰোঁ হৈ থিয়দণ্ডা দি আছে। তলত এখন বহল নৈ। ধুমুহা এটা অহা হ'লেই আমি নৈৰ গৰ্ভত লুপ্ত হলোঁ গৈ হেঁতেন। দৃশ্য দেখি মোৰ গাৰ লোম ডালি-ডালি হ'ল। বিপৰীত ফালে গৈ খিড়িকীৰ চিচাৰ মাজেদি দেখিলোঁ মাত্ৰ আকাশখন, এটি ক্ষীণ জোন আৰু কেটি মান তৰা; তাৰ বাহিৰে সেই ফালেদি আৰু একো নেদেখি। ৰেলৰ ভিতৰৰপৰা কেনিও ওলাই যোৱাৰ একো উপায় নাই। কোনোবাই আমাক কিবা উপায়েৰে উদ্ধাৰ নকৰিলে উদ্ধাৰৰ আৰু একো বাট নাই। কিন্তু তাৰ আগতে যে গাড়ীখন বাগৰি গৈ নৈত নপৰিব তাৰ কি নিশ্চয়তা আছে? জীৱনত প্ৰথমবাৰ মৰণৰ লগত মুখামুখি হোৱা যেন লাগিল। মোৰ গা জ্বৰ ঘমাদি ঘামিবলৈ ধৰিলে। মূৰ ঘূৰাই আচন্ত্ৰাই কৰিলত নিজৰ ঠাইত বহি থাকিলোঁহি:

"এনেতে ভদ্ৰলোকজনে সংজ্ঞা পালে; কেঁকাই-গেঁঠাই সুধিলে,

'কি হৈছে ?' মই কলোঁ। ৰেলৰ এটা সাংঘাতিক দুৰ্ঘটনা ঘটিছে; ওলাই যোৱাৰো কোনো উপায় নাই। গতিকে সহায়-সাৰথি কিবা নাহে মানে ইয়াতে মনে মনে সোমাই থকাৰ বাহিৰে আন উপায় নাই। ইতিমধ্যে চাৰিউফালৰপৰা কোলাহল, আৰ্ত্তনাদ আহি আমাৰ কাণত পৰিল। বৰ পিয়াহ লাগি পানী এগিলাচ খাওঁ বুলি জুইচলা কাঠি এটা মাৰিলোঁ; নুমাই থাকিল। সেইটোৱেই শেষ কাঠি আছিল। আন্ধাৰে-মুন্ধাৰে বটলটো খেপিয়াই উলিয়াই গোটেই বটল পানী একে শোহাই শেষ কৰিলোঁ। পানী টোপা খাই গালৈ অলপ তত অহা যেন পাই কম্বলখন মূৰে-গায়ে মেৰুৱাই লৈ বাৰ্থৰ এমূৰত ভৰি তুলি আঁউজি বহিলোঁ। অলপ পৰৰ পিছতে গম পালোঁ, মোৰ বাউসিৰ ওপৰতে মূৰ দি গাভৰুগৰাকীয়ে মোৰ গাতে আঁউজি বহিছে। মোৰ শৰীৰৰ ভিতৰেদি বিজুলী চমকা দি কি চমকি গ'ল ক'ব নোৱাৰোঁ, গাভৰুক টানি মোৰ কোলাত বহুৱাই কম্বলেৰে মোৰেয়াহে বুকুত সাৱটি ধৰিলোঁ। তাই নিঃশব্দে মোৰ বুকুত মূৰটো সুমুৱাই, বাউসিৰে মোৰ ডিঙিত আকোৱালি ধৰিলে। মদৰ মাদকতাতকৈও চোকা কি এক মাদকতাই মোক পালে ক'ব নোৱাৰোঁ। এই বিপদাপন্ন অৱস্থাত সকলো ভয় নিমিষতে মোৰ মনৰপৰা আঁতৰি গ'ল। গাভৰুৰ মুখে, গালে, মূৰে চুমা খাবলৈ ধৰিলোঁ। এক অপৰিমেয় সুখে মোৰ হৃদয় বুৰাই দিলে।

"ভাবিলোঁ এই বিপদৰ মুখত হঠাৎ কি এই অনুভূতি? ছোৱালীজনীক মই ভাল পোৱাও নাই, প্ৰায় চিনিকে নাপাওঁ, অথচ নিজক বিসৰ্জন দি হ'লেও তাইক কেনেকৈ ৰক্ষা কৰিব পাৰিম সেইটোৱেই ডাঙৰ চিন্তা হৈ পৰিল। আচৰিত কথা তিৰোতাৰ শৰীৰৰ সংস্পৰ্শত কেনেকৈ আমাৰ ভিতৰত এটা উথল-মাথলৰ সৃষ্টি হয়। এই অদ্ভুত শক্তি কিহত নিহিত? শৰীৰৰ পৰশত, যৌৱনৰ সৌন্দৰ্য্যত নে ওঁঠৰ সোৱাদত? ই এক ৰহস্যপূৰ্ণ শক্তি যি পুৰুষ আৰু নাৰীৰ প্ৰাণত এক অপূৰ্ব্ব অনুভূতি জগাই তেওঁলোকক একেডাল জৰীৰে নিবিড় ভাবে বান্ধি পেলাবলৈ বিচাৰি ফুৰে।

"ভাবিলোঁ কোনে জানে আজিয়েই কিজানি জীৱনৰ শেষ। জীৱনৰ শেষ মুহূৰ্ত্ত বুলিয়েই কিজানি দৈৱশক্তিয়ে এই অপূৰ্ব্ব সুখ আনি মোৰ কোলাত পেলাই দিছেহি। নিজৰ বিপদাপন্ন অৱস্থাৰ কথা লাহে লাহে একেবাৰে মোৰ মনৰপৰা আঁতৰি গ'ল। গাত যিমান শক্তি আছিল সকলোখিনি প্ৰয়োগ কৰি গাভৰুক বুকুৰ মাজলৈ টানি লৈ মোৰ হৃদয়ত জগা প্ৰবল, দুৰ্দমনীয় অনুভূতিক চুমাৰ পৰশেদি গাভৰুৰ ওঁঠত ঢালি দিলোঁ।

"এনেকৈ কিমান সময় পাৰ হ'ল ক'ব নোৱাৰোঁ, দেখিলোঁ ৰিনিকি ৰিনিকি পোহৰ আহিছে। ৰাতি পুৱাবৰ হ'ল। গাভৰু মোৰ কোলাৰপৰা উঠি বাৰ্থৰ সিটো মূৰে গৈ বহিল। চাওঁতে চাওঁতে পুৱাৰ পোহৰে আমাৰ কুঠৰী বুৰাই দিলে। ভদ্ৰলোকজনে কেঁকাই-গেঁঠাই উঠি খিড়িকীয়েদি মূৰটো উলিয়াই 'অ লৰ্ড' বুলি চিঞৰ এটা মাৰি আকৌ শুই থাকিল। কি কৰোঁ কি নকৰোঁ বুলি গুণি-গাথি বেগৰপৰা ভাল ফৰাচী ব্ৰাণ্ডিৰ বতলটো উলিয়াই প্ৰত্যেককে এগিলাচ দিলোঁ; নিজেও এগিলাচ ললোঁ। ভদ্ৰলোকজনে ক'লে, 'এৰা মৰিব লাগে যদি অলপ আৰাম কৰিয়েই মৰা যাওঁক।'

"মদ একোটোপা শোহা মাৰি খাই খাই তিনি চাৰি ঘণ্টা পাৰ হৈ গ'ল। তাৰ পিছত 'ৰিলিফ স্কোয়াড্' আহি আমাক উদ্ধাৰ কৰিলে। কেনেকৈ উদ্ধাৰ কৰিলে, সিও এক দীঘলীয়া ৰহস্যপূৰ্ণ কাহিনী। কিন্তু সেইবোৰ কথা ক'বলৈ আজি মন যোৱা নাই। এমাইলমান খোজকাঢ়ি গৈ এটা ডাঙৰ ৰেল-ষ্টেচন পালোঁগৈ। সেইখিনি পাই দেখোঁ প্লেটফৰমৰ ওপৰত শাৰী শাৰী মৰা শ। কোনোটোৰ মূৰ নাই, কোনোটোৰ হাত বা ভৰি নাই। দৃশ্য দেখি বিকট চিঞৰ এটা মাৰি ছোৱালীজনীয়ে মোক সাৱট মাৰি মোৰ বুকুত মুখ লুকুৱালে। মাকে বাপেকক ধৰি ধৰি কৰি বাটচোৱা ঘৰলৈ (ৱেইটিং ৰুম) লৈ গ'ল। ইফালে সিফালে চাই দেখিলোঁ, ওচৰতে এখন বাগিচা। গাভৰুক লৈ মই সেই ফাললৈ আগ বাঢ়িলোঁ। বাগিচালৈ সোমোৱা বাটৰ মুখতে চাহৰ দোকান এখন

দেখি তাতে সোমাই দুয়ো দুপিয়লা গৰম কফি খালোঁ। ভোক লাগিছিল যদিও আন একো খাবৰ মন নগ'ল। কফিটোপা খাই গালৈ অলপ বল অহা যেন লাগিল। বাগিচাৰ মাজেদি গৈ গৈ গছলতাই সম্পূৰ্ণৰূপে বেৰি থোৱা এটি নিৰ্জন কোণত, ঘাঁহনিৰ ওপৰত দুয়ো বহিলোঁ। ভাষা নজনা গতিকে কথা-বতৰা পতাৰতো উপায়েই নাছিল; কিন্তু তাৰ বাবে আমাৰ মনৰ ভাব ব্যক্ত কৰাত ব্যাঘাত জন্মা নাছিল। মুখৰ কাম চকুৱে কৰিলে। গাভৰুক টানি কোলাত বহুৱাই লৈ মুখত চুমা দিলোঁ।"

ইতিমধ্যে আমাৰ গিলাচৰ তলি উদং হৈ গ'ল। হুইস্কিৰ বতলটো আনি মোক এক পেগ্ দি বৰুৱাই নিজৰ গিলাচত ডবলকৈ এটা পেগ ঢালি ল'লে। তিলিঙা বজালত বেহেৰাই আহি আমাৰ গ্লাচত চ'দা পানী ঢালি দি গ'ল। দুঢোকমান গিলি, চোফাত আঁউজি লৈ বৰুৱাই আকৌ ক'বলৈ ধৰিলে :

"এনেকৈ কিমান ঘণ্টা পাৰ হ'ল ক'ব নোৱাৰোঁ। ৰেলৰ উকি, ঘণ্টাৰ শব্দ আৰু ষ্টেচনত যাত্ৰীসকলৰ কোলাহলে, স্বপ্নৰাজ্যৰপৰা আমাক বাস্তৱ জগতলৈ নমাই আনিলে। গাভৰুৱে লৰালৰিকৈ কাপোৰ-কানি পিন্ধিলে। ময়ো মূৰ-চুৰ ফণিয়াই, টাইৰ নট্-চট্-বোৰ ঠিক-ঠাক কৰি ললোঁ। তাৰ পিছত দুয়ো বেগাই ষ্টেচনলৈ খোজ ললোঁ। ষ্টেচন পাই দেখিলোঁ আমাৰ ৰেল আহিল। চাৰিউ গৈ আকৌ একেটা কুঠৰীতে সোমালোঁ। বাকচপত্ৰ সামৰি মেলি চাৰিউ বহি কুঠৰীৰ ভিতৰতে ভালকৈ অলপ চাহ-টাহ খাই ললোঁ। আগদিনা ৰাতিৰপৰা সেয়ে আমাৰ প্ৰথম আহাৰ। তেতিয়া সময় প্ৰায় পাঁচ বাজিবৰ হৈছে। অলপ সময়ৰ পিছতে গাৰ্ডে তেওঁৰ স্তুতুলিৰে শুহুৰি মাৰি দিলে। ৰেল চলিবলৈ ধৰিলে। ৰাতি নৌ পুৱাওঁতেই, প্ৰায় চাৰিমান বজাত নেপল্‌চ্ পালোঁগৈ। বাকচপত্ৰ সামৰোতে কিছু পৰ লাগিল। সহযাত্ৰী গিৰিয়েক-ঘৈণীয়েক দুয়ো ক'লে, এই ৰেলযাত্ৰা তেওঁলোকে জীৱনত কেতিয়াও পাহৰিব নোৱাৰে। ময়ো কলোঁ, হয় ই এটা চিৰস্মৰণীয় ৰেল-যাত্ৰা। এই

খুলি মাল-মটং লৈ প্লেটফৰমলৈ নামিলোঁ। কুলিৰ হাতত মাল চমজাই দি প্লেটফৰমেদি ঘূৰি আহি বিদায় ল'বৰ কাৰণে আমাৰ কম্পাৰ্টমেণ্টৰ সমুখত থিয় দিলেহি। বাপেক-মাকৰ লগত দুই-চাৰি আষাৰ কথা হোৱাৰ পাছতে গাভৰুৱে মোক গাড়ীৰ মূৰলৈ যাবলৈ ইঙ্গিত দিলে। নমস্কাৰ জনাই তেওঁলোকৰ ওচৰত বিদায় লৈ প্লেটফৰমেদি ঘূৰি আহি দুৱাৰৰ ওচৰতে থিয় দিয়াৰ লগে লগে গাভৰুৱে আহি গাটো, জপোৱা দুৱাৰৰ মাজেদি উলিয়াই দি, মোৰ হাতত অকণমান কাগজ এটুকুৰা গুজি দিলে। কাগজ টুকুৰা মোক দিয়েই তেওঁৰ হাতৰ মাজত মোৰ মুখখন লৈ মোৰ ওঁঠত এটা দীঘলীয়া চুমা দি সাউং কৰে আঁতৰি গ'ল। লগে লগে ৰেল এৰি দিলে। যিমানলৈকে দৃষ্টিৰ অন্তৰত থাকিল সিমানলৈকে ৰুমাল উৰুৱাই মোক বিদায় জনালে; ময়ো মোৰ ৰুমাল উৰুৱাই তেওঁক বিদায় জনালোঁ।

কাগজ টুকুৰা খুলি দেখোঁ ইতালিয়ান ভাষাত চাৰিটামান মাত্ৰ লাইন। মোক হোটেললৈ আগবঢ়াই নিবলৈ অহা টমাচ কুকৰ গাইড্‌জনক কাগজ টুকুৰা দিলোঁ, তাত কি লিখা আছে অনুবাদ কৰি মোক ক'বলৈ। কাগজ টুকুৰা চাই, হাঁহি এটা মাৰি গাইডে ক'লে, ইয়াত লেখিছে, 'তুমি চিচিলিলৈ নিশ্চয় আহিবা। তাত আমি নিশ্চয় এবছৰমান থাকিম। কাপ্ৰিৰপৰা আমাৰ ঘৰ বেছি দূৰত নহয়। তলত ঠিকনা দিলোঁ। তোমালৈ মই বাট চাই থাকিম। ইতি লিয়নিতা'

"মনৰ ভিতৰত ভাবৰ উথল-মাথল লাগিল। টেক্সি এখনত উঠি হোটেল পাই, কাপোৰ-কানি খুলি বিচনাত পৰিলোঁ, কিন্তু টোপনি নাহিল। চিচিলিলৈ যাবলৈ মোৰ হাতত তেতিয়া টকা নাই। বাট-খৰচৰ কাৰণে যি অলপ আছিল সেইখিনি শেষ হ'লে ঘৰৰপৰা টকা পোৱাৰো আৰু একো উপায় নাছিল। এবাৰ ভাবিলোঁ, তথাপি ঘৰলৈ টেলিগ্ৰাম এখন দি চাওঁ নেকি? জাহাজো যদি নধৰোঁ, পিছত টকাও নাপাওঁ, জাহাজৰ ভাড়াটোতো এনেয়ে যাবই, মোৰ দেশলৈ ঘূৰি যোৱাৰো কোনো উপায় নাথাকিব।

"বেজাৰ মনেৰে পিছদিনা জাহাজত উঠি ১২ দিনৰ মূৰত বোম্বাই আৰু তাৰ চাৰি দিনৰ পিছত ঘৰ পালোঁহি। ঘৰ পায়েই লিয়নিতালৈ চিঠি লিখিলোঁ, পৰা হ'লে মই নিশ্চয় আহিলোঁহেঁতেন ; কিন্তু অৱস্থাই মোক চিধা ঘৰলৈ আহিবলৈ বাধ্য কৰিলে। তেওঁৰ লগত আকৌ যে এদিন দেখা হ'ব সেই সম্বন্ধে মোৰ কোনো সন্দেহ নাই।

"এই ঘটনা ঘটিবৰ আজি ত্ৰিছ বছৰৰ ওপৰ হ'ল। এতিয়া মোৰ বয়স পঞ্চাছৰ ওপৰ। লিয়নিতাৰ বয়সো পঞ্চাছৰ ওচৰ চাপিব পায়। কিন্তু প্ৰত্যেক বছৰ জানুৱাৰী মাহৰ এক তাৰিখে লিয়নিতাই মোলৈ একোখন দীঘলীয়া চিঠি লিখে। তেওঁ এতিয়া আমেৰিকাত। বিয়া হ'বৰ কেইবা বছৰো হ'ল ; ল'ৰা-ছোৱালী আৰু ছোৱালীৰ নাতি এটিও বোলে হ'ল। তেওঁৰ চুলিখিনি বোলে পকি তেনেই বগা হৈ পৰিল। কিন্তু ত্ৰিছ পয়ত্ৰিছ বছৰ আগতে লিয়ানিতাক যি ৰূপত দেখিছিলোঁ এতিয়াও মই তেওঁৰ কথা তাৰ বাহিৰে আন কোনো ৰূপতে ভাবিব নোৱাৰোঁ। মোৰ কল্পনাৰ চকুত তেওঁ এতিয়াও ১৫/১৬ বছৰীয়া সেই দীপ্-লিপ্ গাভৰু।"

দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি কিছুপৰ বৰুৱা নীৰৱ হৈ থাকিল। তাৰ পিছত ক'লে, "এতিয়া মই ভাবোঁ, সেইদিনা যদি মোৰ হাতত ধন থাকিলহেঁতেন নিশ্চয় মই চিচিলিলৈ গলোঁহেঁতেন, আৰু তালৈ যোৱা হ'লে লিয়নিতাকে যে মই বিয়া কৰালোঁহেঁতেন সেই সম্বন্ধে মোৰ অকণো সংশয় নাই। একো একোটা সামান্য ঘটনাই মানৱ জীৱনৰ ধাৰা অনেক সময়ত ঘূৰাই দিব পাৰে। নিমিষৰ নিমিত্তে হ'লেও জীৱনত কেতিয়াবা একোটা ঘটনা ঘটে যাৰ আঁচ চিৰজীৱনলৈ মনৰ ওপৰত থাকি যায় ; সেই আঁচ মচি পেলোৱাৰ উপায় নাই।"

## ॥ পৰাচিত ॥

কৰ্ণেল পণ্ডিতৰ লগত মোৰ বন্ধুত্ব হৈছিল দক্ষিণ ভিয়েটনামৰ ৰাজধানী চাইগঁ মহানগৰীত।

ভিয়েটনাম ইণ্ডোচীনৰ এটি অংশ। ইণ্ডোচীন দেশখনত আগতে তিনিখন আৰু বৰ্ত্তমান চাৰিখন ৰাজ্য আছে। উত্তৰ আৰু দক্ষিণ ভিয়েটনাম, লাৱচ আৰু কেম্বোডিয়া। ইণ্ডোচীন আগতে ফৰাচীৰ অধীনত আছিল। যোৱা মহাযুদ্ধৰ সময়ত ভিয়েটনামীসকলে প্ৰথমতে বিদ্ৰোহ আৰু তাৰ পাছত তুমুল যুদ্ধ কৰি ইংৰাজে ভাৰত এৰি যোৱাদি, ফৰাচীবিলাককো ইণ্ডোচীন এৰি যাবলৈ বাধ্য কৰাইছিল। যুদ্ধৰ অন্তত ফ্ৰান্স, ব্ৰিটেইন, ৰুচ, চীন আদি জগতৰ মহাশক্তিবিলাকৰ জিনিভাত এখনি সন্মিলন বহে, ইণ্ডোচীনত শান্তি স্থাপনৰ ব্যৱস্থা কৰিবৰ অৰ্থে। তাৰ নিমিত্তে ইণ্ডোচীনত এখনি আন্তৰ্জাতিক শান্তি কমিচন নিযুক্ত হয়। তাৰ সদস্য হ'ল, ভাৰতবৰ্ষ, পোলেণ্ড্ আৰু কেনেডা। এই সংক্ৰান্তত সেই সময়ত ভাৰতবৰ্ষৰপৰা ভালেমান মিলিটেৰি আৰু কেইজনমান চিভিলিয়ান বিষয়াক এই কমিচনৰ কামত সহায় কৰিবৰ কাৰণে ইণ্ডোচীনলৈ পঠোৱা হৈছিল। কৰ্ণেল পণ্ডিত আৰু মই, আমি দুয়ো এই সম্পৰ্কতে তেতিয়া চাইগঁত আছিলোঁ।

নাগপুৰত কৰ্ণেল নন্দী নামেৰে মোৰ এজন বহুকলীয়া পুৰণি বন্ধু আছে। তেওঁৰ তাতে কেইদিনমান থাকোঁগৈ বুলি যোৱা বছৰ নাগপুৰলৈ গৈছিলোঁ। তেওঁৰ ঘৰতে দুদিনমান আছোঁ, এনেতে এদিন

গধূলি নাৰবুদা ক্লাবত অপ্রত্যাশিতভাৱে কর্ণেল পণ্ডিতক লগ পালোঁ। আমি তিনিও বাৰলৈ গলোঁ। পণ্ডিতক লগ পাই স্বাভাৱিকতে আমাৰ মাজত ইণ্ডোচীনৰ পুৰণি কথাবোৰ ওলাল। কর্ণেল নন্দীয়ে বোধকৰোঁ এইবোৰ কথাত সোৱাদ পোৱা নাছিল। তেওঁ মোক ক'লে, "তুমি পুৰণা বন্ধু লগ পাইছাঁ, কথাবার্ত্তা হোৱা, মই কেই হাতমান ব্রীজ খেলি আহোঁ।" এই বুলি নন্দী ব্রীজ ৰুমলৈ গ'ল, ময়ে পণ্ডিতে সুৰাপান কৰি বাৰতে বহি থাকিলোঁ।

এবাৰ হঠাতে পণ্ডিতৰ বাউসিলৈ চকু পৰাত দেখিলোঁ, কর্ণেলৰ মুকুটটো নাই, তাৰ ঠাইত কেপ্টেইনৰ চিনাকি দিয়া তৰা তিনিটাহে আছে। কিয় এনেকৈ তললৈ নামিব লগীয়া হ'ল জানিবৰ মোৰ ইচ্ছা হ'ল, কিন্তু সুধিবলৈকো বেয়া লাগিল। অলপ পৰ কথা-বতৰা পতাৰ পিছত পণ্ডিতে মোক সুধিলে, "মোৰ এই তৰা তিনিটা দেখি আপোনাৰ নিশ্চয় জানিবৰ ইচ্ছা হৈছে কেনেকৈ মোৰ এই দুৰ্দ্দশা ঘটিল। আপোনাৰ যদি শুনি আমনি নালাগে কথাটো কওঁ বাৰু।"

মই অভয় দিলোঁ, "কিয় আমনি লাগিব? আপুনি বেয়া নাপায় যদি কওক।"

পণ্ডিতে তেতিয়া মোক সুধিলে, "ক্য কাতিনাত 'জলি বাৰ' নামেৰে যে এটা ওপৰ খাপৰ 'বাৰ' আছিল আপোনাৰ মনত থাকিব পায়?"

ক্য কাতিনা চাইগঁৰ চৌৰঙ্গী। মই কলোঁ, "নিশ্চয় পৰে, তালৈ মাজে মাজে মই গৈছিলোঁও।"

পণ্ডিতে অলপ বৈ সুধিলে, "তাত যে বৰ ধুনীয়া 'বাৰ মেইড' এজনী আছিল—ফৰাচী নহয়, ভিয়েটনামী; আপোনাৰ বাৰু চকুত পৰিছিল নে?"

উত্তৰত মই সুধিলোঁ, "আপুনি ট্রুং মিন্হৰ কথা কৈছে নেকি?"

পণ্ডিতে ক'লে, "আপুনি দেখিছোঁ, তাইৰ নামটোও পাহৰা নাই। হয়, তাইৰ কথাকে কৈছোঁ। গোটেইটো কথা কওঁ তেন্তে শুনক।" এই বুলি পণ্ডিতে ক'বলৈ ধৰিলে:

"ট্ৰিং যে এজনী লেখত লবলগীয়া ধুনীয়া ৰূপহী ছোৱালী সেই কথা আপুনি নিশ্চয় স্বীকাৰ কৰিব। কেতিয়াবা কেতিয়াবা গধূলি 'জলি বাৰত' বহোঁগৈ, তাতে এদিন তাইৰ ওপৰত মোৰ চকু পৰিল। লাহে লাহে তাইৰ সৌন্দৰ্য্যাই মোক বৰকৈ আকৰ্ষণ কৰিলে। কিছুদিনৰ পিছত এনে হ'ল যে তাইক নেদেখিলে মই থাকিবই নোৱৰা হলোঁ। আবেলি পাঁচ বজা মানৰপৰা আঠ মান বজালৈকে সাধাৰণতে 'বাৰত' খুব কম মানুহ থাকে; ট্ৰিঙে তেতিয়া অলপ আজৰিও পায়। ঠিক সেই ক্ষণৰ ভিতৰত মই 'বাৰলৈ' যাবলৈ আৰম্ভ কৰিলোঁ। উদ্দেশ্য মদ্ খোৱা নহয়, ট্ৰিঙৰ লগত কথা পতা। নাম কা ৱাস্তে মদ্ এগিলাচ লৈ তাইৰ লগত কথা পাতি থাকোঁ। বাৰৰ গৰাকী মাদাম গাচ্‌তঁ বোলা ফৰাচী মহিলাগৰাকী আপোনাৰ মনত থাকিব পায়। ট্ৰিঙকে মোকে কথা পাতি থকা দেখিলে তেওঁ হাঁহি এটা মাৰি আঁতৰি যায়। গতিকে বুজিলোঁ যে তেওঁ তাৰ বাবে ট্ৰিঙক খং নকৰে। লাহে লাহে ট্ৰিঙেও মোৰ লগত কথা পাতিবলৈ ভাল পোৱা যেন লাগিল। সাতে-পাঁচে সকলোবোৰ কথা খেও খাই পৰিলত নিতৌ পাঁচ বজাৰপৰা আঠ বজালৈকে মই গৈ 'জলি বাৰত' বহি থাকিবলৈ ধৰিলোঁ। ট্ৰিঙৰ লগত কিছু ঘনিষ্ঠতা হ'লত এদিন মোৰ সৈতে ফুৰিবলৈ যাবলৈ নিমন্ত্ৰণ কৰিলোঁ। সেই সময়ত চাইগঁৰ বেশ্যা-বিলাকৰ বিৰুদ্ধে ঙো ডিন জিয়েমৰ গভৰ্ণমেণ্টে তুমুল অভিযান চলাইছে। বিদেশীৰ লগত ভিয়েটনামী ছোৱালীক ফুৰা-চকা কৰা দেখিলেই পুলিচে পাছ লয়। সেই কাৰণে মোৰ লগত ফুৰিবলৈ ওলাই যাবলৈ তাই ভয় কৰিলে। মই কলোঁ, 'তেন্তে ৰাতি 'বাৰ' বন্ধ হোৱাৰ পাছত মোৰ হোটেললৈকে আহিবা।' তাই ক'লে, 'হোটেলৰপৰা ওলাওঁতে যদি পুলিচে দেখে মোৰ কি অৱস্থা হ'ব? তুমি তেতিয়া মোক ৰক্ষা কৰিব পাৰিবা জানো? তাতকৈ বৰং তুমিয়েই এদিন মোৰ ঘৰলৈ যাবা।' তাইৰ ঘৰ ক'ত, কি বৃত্তান্ত একো নজনাকৈয়ে মই তাইৰ প্ৰস্তাৱত ৰাজী হলোঁ। বন্দবস্ত হ'ল সেইদিনা ৰাতি ১২॥ বজাত তাইৰ কাৰণে মই কন্টিনেণ্টেল হোটেলৰ

ওচৰত অপেক্ষা কৰিম। ৰাতি মাজনিশা নিৰ্দ্দিষ্ট ঠাইত উপস্থিত হলোঁ। বাৰ বাজি কেইমিনিটমান যোৱাৰ পাছতে ট্ৰুং আহিল; টেক্সি এখনত উঠি দুয়ো তেওঁৰ ঘৰলৈ ৰওনা হলোঁ। ৬/৭ মাইল গৈ চহৰৰ বাহিৰ পালত ট্ৰুঙে গাড়ী ৰখাবলৈ ক'লে। টেক্সি ভাড়াটো দি অকণমানি গলি এটিয়েদি প্ৰায় পোৱা মাইলমান খোজ কাঢ়ি গৈ আছোঁ। চাৰিওফালে শ শ টকৌ পাতেৰে সজা সৰু সৰু পজা। এনে এটা অকণমানি পজাৰ আগত ট্ৰুং ৰ'লগৈ। মোক অলপ আচৰিত হোৱা যেন দেখি ক'লে, 'এইটোৱেই মোৰ ঘৰ। এইখন চাইগঁৰ বেফিউজি কলনি।' দুৱাৰখন ঢকিয়াই দিলত, এগৰাকী বুঢ়ী মানুহে আহি দুৱাৰ খুলি দিলে। দুয়ো ভিতৰ সোমালোঁ।

"ঘৰটোৰ ভিতৰত বেৰ নাই, কাপোৰৰ পাৰ্টিচন দি তিনিটা কোঠাত ঘৰৰ ভিতৰখন বিভক্ত কৰা হৈছে। সমুখত ৫/৬ ফুটমান বহল এটুকুৰা বৈঠকখানা; তাতে সৰু কাঠৰ মেজ এখন আৰু দুখন চকী। তাৰ পিছতে ট্ৰুঙৰ শোৱা কোঠা; আঠুৱা, বিচনাৰ চাদৰ, গাৰু গিলিপ ঢপঢপীয়া পৰিষ্কাৰ আৰু দামী, ট্ৰুঙৰ পোছাকৰ লগত খাপ খোৱা। পৰ্দা এখনৰ সিফালে মাকৰ শোৱনি ঘৰ; তাতে অকণমান ভায়েক এটিও শোৱে। তাতে লগা এডুখৰি টকৌ পাতেৰে বেৰা টিনপাতৰ চালি; সেয়ে বান্ধনি আৰু খোৱা ঘৰ।

"মই ট্ৰুঙৰ বিচনাৰ ওপৰতে বহিলোঁ। যি গৰাকী বুঢ়ীয়ে আমাক দুৱাৰ খুলি দিছিল, তেৱেঁই ট্ৰুঙৰ মাক। বুঢ়ীয়ে ভাল ফৰাচী ব্ৰাণ্ডিৰ বতল এটা, গিলাচ আৰু পানী আনি হাজিৰ কৰিলে। আমি তিনিও একোগিলাচ ললোঁ। ট্ৰুঙৰ দৰেই বুঢ়ীয়েও ভাল ফৰাচী ক'ব পাৰে। বুজিলোঁ মহিলা শিক্ষিতা। মোৰ লগত অলপ পৰ কথা-বতৰা হৈ শুবলৈ উঠি গ'ল। সেই ৰাতিয়েই পোনপ্ৰথম ট্ৰুঙৰ লগত থাকিলোঁ।

"তাৰ পিছত প্ৰায় প্ৰত্যেক ৰাতি বাৰ বজাৰ পিছত ট্ৰুঙক লৈ টেক্সিত মই তেওঁৰ ঘৰলৈ যাওঁ আৰু ৰাতিটো তাতে থাকি,

ৰাতিপুৱা হোটেললৈ ঘূৰি আহোঁ। কেতিয়াবা কেতিয়াবা ট্ৰুঙে কয়, 'আজি মোৰ অসুবিধা আছে; তুমি মোলৈ বাট নাচাবা।' কি অসুবিধা থাকিব পাৰে বুলি ভাবি মোৰ পেটে পেটে অলপ খং উঠে আৰু মনে মনে ভাবো তাই নিশ্চয় আজি আন কাৰোবাৰ লগত যোৱাৰ বন্দৱস্ত কৰিছে। খং-খিয়াল দুয়োটাকে কোনো ৰকমে বৰ্দাস্ত কৰি মনে মনে শুই থাকোঁ।

'বাৰৰ'পৰা ছুটী লৈ ট্ৰুং এদিন সোনকালে আহিল। ৰাতি দহমান বজাতে আমি গৈ তেওঁৰ ঘৰ পালোঁগৈ। মাক তেতিয়াও সাৰে আছে। ব্ৰাণ্ডিৰ বতলটো লৈ বুঢ়ী আহি মোৰ ওচৰতে বহিলহি; ক'লে, 'ট্ৰুঙে আজি খোৱা নাই; তাই খাই লওক; আমি দুয়ো বহি অলপ কথাকে পাতোঁ।' দুয়ো দুগিলাচ ব্ৰাণ্ডি ঢালি লৈ কথা-বতৰা আৰম্ভ কৰিলোঁ। বুঢ়ীয়ে ক'লে, "তোমাৰ ধৰণ-ধাৰণ দেখি বিশ্বাস হৈছে তুমি কোনোবা ভাল ঘৰৰ ল'ৰা। গতিকে তোমাক আজি মই দুটামান কথা কওঁ বুলি ভাবিছিলোঁ।" মই কলোঁ, 'বেচ, কওক'।

"বুঢ়ীয়ে তেতিয়া ভিতৰৰপৰা এটা এল্‌বাম্ আনি মোক এল্‌বামৰ ফট'বোৰ দেখুৱাবলৈ আৰম্ভ কৰিলে। তাত চব ভাল ভাল মানুহৰ ছবি। তেওঁবিলাকৰ নিজৰ পৰিয়ালৰ ছবি কিছুমানো আছিল। গ্ৰুপ ফট' এখনত মিলিটেৰি পোছাকত থকা এজনক দেখুৱাই ক'লে, 'এৱেঁই মোৰ স্বামী, ট্ৰুঙৰ বাপেক। তেওঁ মিলিটেৰিত কেপ্টেইন আছিল। ফৰাচীৰ ফলীয়া বুলি সন্দেহ কৰি তেওঁক নিজৰ মানুহেই কুকুৰ মৰাদি গুলীয়াই মাৰিলে। তাৰ পাছত কমিউনিষ্ট আৰু অকমিউনিষ্টৰ ভিতৰত যুদ্ধ লাগিল। আমাৰ আপোন মানুহ সকলোবোৰ কমিউনিষ্টৰ বিৰুদ্ধে আছিল। লাহে লাহে আমাৰো জীৱন শঙ্কটাপন্ন হ'বলৈ ধৰিলে। আন আন হাজাৰ হাজাৰ ভগনীয়াৰ লগত ময়ো, হুৱে চহৰত মোৰ ঘৰ-বাড়ী, মটৰ-গাড়ী সৰ্ব্বস্ব এৰি ছোৱালীজনী আৰু ল'ৰাটো লৈ পলাই আহিলোঁ। তেতিয়াৰপৰা এই ৰেফিউজি কলনিত আমাৰ বাস। চৰ্কাৰে যি

টকা দিয়ে তাৰে পেট নভৰে। ট্ৰুঙে কোনোমতে বাবৰ কামটো যোগাৰ কৰিলে। কিন্তু তাত যি পায় তাৰে তিনিটা মানুহৰ পেট পোহা নাযায়। সেই কাৰণে তোমালোকৰ নিচিনা ভাল ভদ্ৰলোক পালে কেতিয়াবা ঘৰলৈ আনে। কিন্তু পুলিচে কেনেবাকৈ গম পাবলৈ হ'লে আমাৰ মৰণ হ'ব। এই জীৱন যাপন কৰি মোৰ ধিক্কাৰ লাগিছে। ছোৱালীজনীৰতো যি হ'ল হ'লেই, আৰু কিছু দিনৰ পিছত ল'ৰাটোৰেতো সকলো কথা বুজিব পৰা হ'ব; তেতিয়া কি অৱস্থা হ'ব সেই চিন্তাতহে মই ডেই পুৰি গৈছোঁ। তুমি কমিচনত কাম কৰা; তোমাৰ নিশ্চয় ইয়াৰ ডাঙৰ ডাঙৰ মানুহৰ লগত চিনাকি আছে। কিবা এটা আমাৰ উপায় কৰি দিব নোৱাৰানে?"

বিদেশত মই তেওঁবিলাকৰ কি উপায় কৰিব পাৰিম? কিন্তু নিজৰ দাম বঢ়াবৰ কাৰণে বুঢ়ীক কলোঁ, 'মই নিশ্চয় চেষ্টা কৰি চাম্।' বুঢ়ীয়ে চকুৰ পানী টুকি ক'লে, 'যদি কিবা এটা ব্যৱস্থা কৰিব পাৰাঁ, চিৰদিনলৈ তোমাৰ ওচৰত আমি তিনিটি প্ৰাণী ধৰুৱা থাকিম।' এনেতে ভাত-পানী খাই ট্ৰুং ওলাই আহিল, বুঢ়ী শুবলৈ উঠি গ'ল।

"ৰাতি ট্ৰুঙক বুকুত লৈ শুই আছোঁ, এনেতে বাহিৰত বুট জোতাৰ গেৰেপ গেৰেপ্ শব্দ কাণত পৰিল। কোনোবাই দুৱাৰত ঢকিয়াবলৈ আৰম্ভ কৰিলে। ভয়ত কোঁচ-মোচ খাই মোক সাৱটি ধৰি ট্ৰুঙে ক'লে, 'পুলিচ হ'বলা, সৰ্ব্বনাশ হ'ল।' দুৱাৰত ঢকিয়াই ভিয়েটনামী ভাষাত এজনে কি ক'লে ক'ব নোৱাৰোঁ, বুঢ়ী উঠি লেমটো জ্বলাই দুৱাৰ মেলি দিলেগৈ। চাৰি-পাঁচজন বুট জোটা পিন্ধা মানুহ ঘৰৰ ভিতৰলৈ সোমোৱা গম পালোঁ। বুঢ়ীক কিবা কিবি সুধিলে; তাৰ পিছত বুঢ়ীয়ে আহি ফুচফুচাই আমাক ক'লে, 'পুলিচ, কৰ্ণেলক লগ পাব খোজে।' মই দেখিলোঁ পলাই সৰাৰ চেষ্টা কৰা বৃথা, কাপোৰ-কানি পিন্ধি বহা কোঠাটোলৈ ওলাই গৈ দেখোঁ, এজন পুলিচ অফিচাৰ আৰু চাইটা চিপাহী। অফিচাৰজনে ফৰাচী ভাষাত মোক সুধিলে, 'আপোনাৰ নাম কৰ্ণেল পণ্ডিত। আপুনি আন্তৰ্জাতিক কমিচনত কাম কৰে।' মই কলোঁ, 'হয়।'।

"এইডোখৰ ঠাইলৈ যে মিলিটেৰি অফিচাৰৰ, বিশেষকৈ কমিচনৰ অফিচাৰসকলৰ অহা নিষেধ আপুনি সেইটো কথা নাজানে নেকি ?"

"মই কলোঁ, 'জানো।'

"তেন্তে আপোনাক গ্ৰেপ্তাৰ কৰিলে একো জগৰ নালাগে।"

"মই দেখিলোঁ, এতিয়া মোৰ কৰ্ণেলগিৰি ফলালে নহ'ব। বৰ নম্ৰ হৈ অফিচাৰজনক কলোঁ, 'চাওক, আমাৰ মিলিটেৰিৰ কাৰণে, আৰু আপোনালোকৰ পুলিচ বাহিনীৰ কাৰণেও, আইন-কানুন ভালেমান আছে; কিন্তু সেই সকলোবোৰ আইন মানি কেইজন অফিচাৰ চলে বা চলিব পাৰে সেইটো আপুনিও ভালকৈ জানে, ময়ো জানোঁ। আপুনি মোক হাতে হাতে ধৰিছে যেতিয়া, মোৰ ওপৰত ৰিপোৰ্ট দিলে, অকল অপদস্থ হোৱাই নহয়, মোৰ হয়তো কামটোও যাব। তাকে চাই আপুনি যদি এই বাৰলৈ মোক এৰি দিয়ে আগলৈ আৰু কেতিয়াও ইয়ালৈ নাহোঁ বুলি মই আপোনাক প্ৰতিশ্ৰুতি দিবলৈ সাজু আছোঁ।"

"অফিচাৰজনে অলপ পৰ ভাবি চাই ক'লে, 'আপুনি এজন কৰ্ণেল, মই সামান্য পুলিচৰ লেফটেনাণ্ট মাত্ৰ। গতিকে আপোনাৰ অনুৰোধ পেলোৱা মোৰ পক্ষে টান। কিন্তু পিছত যদি এই কথা কেনেবাকৈ ওলায় আৰু মোৰ গাত দোষ পৰে আপুনি মোক ৰক্ষা কৰিব লাগিব।"

"মই কলোঁ, 'আপোনাৰ লগত অহা চিপাহীয়ে মুলিয়ালে মোৰ ফালৰপৰা এই কথা ঘুণাক্ষৰেও ওলাব নোৱাৰে।"

"ভাল তেন্তে, আপুনি সোনকালে যাওকগৈ। ভৱিষ্যতলৈ আৰু ইয়ালৈ কেতিয়াও নাহিব। মোৰ নাম লেফটেনাণ্ট হান্।" অশেষ ধন্যবাদ দি পুলিচ অফিচাৰক বিদায় দি অলপ পৰৰ পিছত নিজেও বিদায় লৈ গুচি আহিলোঁ।

"তিনি চাৰি দিনমান 'জলি বাৰলৈ' যোৱা বন্ধ কৰিলোঁ। তাৰ পিছত তালৈ গৈ পাওঁ দেখোন ট্ৰাং তাত নাই। মাদামক সুধিলত

ক'লে, 'কালিৰপৰা ট্ৰুং অহা নাই, কিবা অসুখ হৈছে হ'বলা।' এবাৰ খবৰ কৰিবলৈ যাবৰ বৰ ইচ্ছা হ'ল, কিন্তু পুলিচ অফিচাৰজনক দিয়া প্ৰতিশ্ৰুতিলৈ মনত পৰি মন কোঁচ খালে। তাৰ পিছত সাত দিন প্ৰত্যেক দিনাই বাৰলৈ গৈ ট্ৰুঙক নেদেখোঁ; মাদামে কয় একো খবৰ পোৱা নাই। অষ্টম দিনৰ দিনা খবৰ কৰিবলৈ গ'লত মাদামে ক'লে, 'আজি পুলিচৰপৰা খবৰ পালোঁ ট্ৰুঙক বোলে পুলিচে ধৰিলে।' মোৰ বুকুখন চিৰিং কৰি গ'ল। মাদামৰপৰা বিদায় লৈ চিধা হোটেললৈ গৈ বিচনাত লাং খাই পৰিলোঁ। কি কৰোঁ কি নকৰোঁ ভাবি-চিন্তি লেফটেনাণ্ট হানৰ ঠিকনা বিচাৰি পুলিচৰ হেডকোৱাৰ্টাচ পালোঁগৈ। তাৰপৰা তেওঁৰ ঠিকনাটো লৈ ৰাতি দহমান বজাত তেওঁৰ ঘৰত উপস্থিত হলোঁগৈ।

"কিছুপৰ কথা-বাৰ্ত্তা হোৱাৰ পিছত হানে ক'লে, 'বিদেশী বুলি, আৰু বিশেষকৈ ভাৰতীয় আৰু আন্তৰ্জাতিক কমিচনৰ বিষয়া বুলি আমি আপোনাক এৰি দিলোঁ, কিন্তু জানেই যে ভিয়েটনামী ছোৱালীৰ এনে ধৰণৰ ব্যৱহাৰ সম্বন্ধে আমাৰ শাসন কড়া। গতিকে ট্ৰুঙক আৰু তেওঁৰ মাকক গ্ৰেপ্তাৰ কৰিবলৈ মই বাধ্য হলোঁ।"

মই কলোঁ, "এয়ে যদি আপোনাৰ উদ্দেশ্য আছিল তেনেহলে মোক ধৰা হ'লেই দেখোন ভাল আছিল, কাৰণ মই হে বেছি জগৰীয়া।"

অফিচাৰজনে একো নমতা দেখি সুধিলোঁ, "এতিয়া তেওঁ-বিলাকক এৰি দিয়াৰ কোনো উপায় নাই নেকি ?"

অফিচাৰজনে ক'লে, 'নাই; আইন মতে তেওঁবিলাকে যথোচিত শাস্তি পাব।' কথাটো শুনি নিজৰ ওপৰতে মোৰ ইমান ঘিণ লাগিল যে মই অফিচাৰজনক টানি অনুৰোধ কৰিলোঁ যেন মোৰ বিৰুদ্ধেও তেওঁ ৰিপোৰ্ট দিয়ে। তেওঁ প্ৰথমতে অলপ আচৰিত হোৱা যেন দেখিলোঁ; কিন্তু মই নেৰা-নেপেৰাকৈ ধৰাত তেওঁ তেতিয়াই ৰিপোৰ্ট এটা লেখি এটা কপি মোক দিলে।

চাৰিদিনৰ মূৰত জেনেৰেলে মোক মাতি পঠালে। মই গৈ পালত

বহিবলৈ কৈ, কাগজখন মোক দেখুৱাই ক'লে, 'এই সম্বন্ধে তোমাৰ বক্তব্য কি ?'

"মই কলোঁ, ৰিপোর্ট সঁচা, মোৰ ক'বলগীয়া একো নাই।"

জেনেৰেলে ক'লে, "বাৰু তুমি এতিয়া যোৱাঁ, কাইলৈ পুৱা দহ বজাত মোক দেখা কৰিবা। ইতিমধ্যে মই চেয়াৰমেনৰ লগত কথা হওঁ।"

"পিছদিনা পুৱা দহবজাত জেনেৰেলৰ ওচৰত হাজিৰ হলোঁ। জেনেৰেলে ক'লে, 'ভাৰতবৰ্ষত হোৱা হ'লে ; এনে এটা ঘটনা আমি থাপ-থুপ কৰি থ'ব পাৰিলোঁহেঁতেন। কিন্তু ইয়াত সেইটো অসম্ভৱ। বিদেশলৈ আহি, তোমাৰ ৰেঙ্কৰ এজন চিনিয়াৰ অফিচাৰে এনে ধৰণৰ কাম কৰিলে অকল আমাৰ সৈন্য-বাহিনীৰ নহয়, কমিচনৰ নহয়, গোটেই দেশখনৰে বদনাম হয়। গতিকে এইটো কথা আমি লিনিয়েণ্টলি ল'ব নোৱাৰোঁ। তোমাৰ ডিগ্ৰেডেচনৰ কাৰণে মই আৰ্মি-হেডকোৱাৰ্টাচলৈ লেখিবলৈ বাধ্য।' একো উত্তৰ নিদি, চেলিউট্ দি ওলাই গুচি আহিলোঁ।"

"সাত দিনৰ ভিতৰতে মোক ভাৰতবৰ্ষলৈ ঘূৰাই পঠাই দিলে। দিল্লীলৈ আহি হুকুম পালোঁ, মোক কেপ্টেইনৰ ৰেঙ্কলৈ ডিগ্ৰেড কৰিছে, আৰু নাগপুৰত পস্ট্ কৰিছে। এই তৰা তিনিটাৰ গুৰিত কথা সেইটোৱেই।

কৰ্ণেল পণ্ডিতৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা-মৰম আছিল, কাৰণ তেওঁ আছিল এজন প্ৰথম শ্ৰেণীৰ অমায়িক ভদ্ৰলোক। কথাটো শুনি মোৰ বেয়া লাগিল। এখন্তেক বৈ পণ্ডিতে ক'লে, "আপুনি নাভাবিব যে মই ইয়াৰ কাৰণে অলপো ক্ষুব্ধ হৈছোঁ। বৰং যদি মোৰ কোনো শাস্তি নহলহেঁতেন, মোৰ বিবেকে মোক সদায় খুচিলেহেঁতেন। আজি কেপ্টেইন আছোঁ, এদিন আকৌ মেজৰ হ'ম, তাৰ পাছত কৰ্ণেল হ'ম, তাৰ পাছত কপালত আছে যদি ব্ৰিগেডিয়াৰ বা জেনেৰেলো হ'ম। গতিকে আজিয়েই হলোঁ বা পাঁচ বছৰৰ পিছতেই কৰ্ণেল হলোঁ, সেইটো মোৰ মানত একো ডাঙৰ কথা নহয়। অন্ততঃ মোৰ বিবেক পৰিষ্কাৰ, সেয়ে মোৰ সান্ত্বনা।"

এমাহ মানৰ পাছত দিল্লীত জেনেৰেল ভোপাটকাৰৰ লগ পালোঁ। ঘটনাৰ সময়ত তেখেতেই চাইগঁত ভাৰতীয় চিপাহীসকলৰ ওপৰওৱালা হৈ আছিল। কথায় কথায় কৰ্ণেল পণ্ডিতৰ কথা ওলালত জেনেৰেলে ক'লে, "ডিচিপ্লিনৰ খাতিৰত পণ্ডিতক ডিগ্ৰেড কৰিবলগীয়া হ'ল, কিন্তু তেওঁৰ নিচিনা অফিচাৰ আৰু ভদ্ৰলোক আমাৰ সৈন্য-বাহিনীৰ ভিতৰত খুব কম আছে। তিনি মাহমানৰ ভিতৰতে 'মেজৰ' নোহোৱাকৈয়ে তেওঁ আকৌ কৰ্ণেল হ'ব। সেই সম্বন্ধে সিদ্ধান্ত হৈ গৈছে; অৰ্ডাৰটো ওলাবলৈহে মাত্ৰ বাকী আছে। কিন্তু কথাটো এতিয়াও 'কনফিদেন্চিয়েল', গতিকে এই সম্বন্ধে পণ্ডিতলৈ আপুনি একো কথা নেলেখিব। পণ্ডিতৰ লগত আপোনাৰ খুব বন্ধুত্ব আছিল বুলি জানো দেখিহে কথাটো আপোনাক কলোঁ।"

তিনি মাহৰ মূৰত খবৰ পালোঁ কেপ্তেইন পণ্ডিত আকৌ কৰ্ণেল পণ্ডিত হ'ল। তৎক্ষণাৎ তেওঁলৈ এখন একৃচ্প্ৰেচ্ টেলিগ্ৰাম কৰিলোঁ "হাৰ্টি কনগ্ৰেচুলেচনচ্।"

## ॥ আফচোচ্ ॥

তৰুণ ল'ৰাটো দেখিবলৈ বৰ ধুনীয়া আছিল। বয়স তেতিয়া ১৭ বছৰ। ক'লা ডাঠ চুলি, গাৰ বৰণ কেঁচা সোণ যেন, চকু দুটি উজ্জ্বল আৰু মনমোহা। তেতিয়া সি কলিকতাৰ কলেজত নাম লগাইছে হে মাথোন। বালিগঞ্জত ঘৰ এটা লৈ ভায়েকে-ভনীয়েকেসৈতে একে লগে থাকে। ঘৰতে পঢ়োৱা শিক্ষক এজনো অভিভাৱকৰূপে আছে। তেওঁও তাতেই থাকে।

সেই বছৰতে কলিকতাত মাজু আইৰ বৰ প্ৰকোপ হৈছিল। তৰুণৰো আই ওলাল। দুসপ্তাহমানৰ মূৰত আই চৰমিবলৈ ধৰিলে। সেই সময়ত বাহিৰত ফুৰা-চকা কৰা বৰ ভাল নহয়; ওলাই-সোমাই ফুৰিলে আকৌ অইন ঠাইতো আয়ে দেখা দিব পাৰে। এই বাবে ডাক্তৰে তেওঁক ওলাই-সোমাই ফুৰিবলৈ হাক দিলে।

সেইদিনা ফাকুৱা। কলেজৰ ল'ৰা-ছোৱালী ফাকুখেলত মতলীয়া। তৰুণে বিচনাতে মূৰে-গায়ে কাপোৰ লৈ ঘুম মাৰি শুই আছে। লগৰীয়া ছোৱালী এজাকে সৈতে ভনীয়েক আহি কোঠাত সোমালহি; আটাইবে হাতেপতি একোটা ৰঙৰ বতল। তৰুণে ফাকুৱা-বাউলী ছোৱালীজাক দেখিয়েই মাত লগালে, "মোৰ গাত ফাকুৰং দিব নাপায়; মোৰ গা ভাল নহয়।" কিন্তু, তাৰ কথা শুনে কোনে? আটাইবোৰে তাক ফাকু-বোলেৰে বুৰাই পেলালে। তৰুণে ভাবুকি দি, তাৰ ভিতৰত আটাইতকৈ ডাঙৰ ছোৱালীজনীৰ হাততে খপ্ কৰে

ধৰিলে। ছোৱালীজনীৰ নাম আছিল শেফালিকা। বয়স চৈধ্য-পোন্ধৰ মান হ'ব। বৰ ধুনীয়া। সোণবৰণীয়া চুলি আঠুলৈকে পৰিছে; চেলাউৰি যোৰো কলীয়া ভোমোৰা যেন দীঘল দীঘল নোমে ছাটি থৈছে। গালখনো তেজে ফাটিযাওঁ ফাটিযাওঁ, যেন কোনোবাই গাখীৰত সেন্দুৰ হে সানি থৈছে। তৰুণে হাতত ধৰা মাত্ৰকে শেফালিকা ৰঙা পৰি গ'ল আৰু ততালিকে তাই হাতখন আজোৰ মাৰি একুৱাই বাহিৰ ওলাল। ই কেউজনী ছোৱালীও তাইৰ পাছে পাছে ওলাই গ'ল।

সেই যে হাতৰ পৰশ, তাৰ ভিতৰত কি আছিল ক'ব নোৱাৰি; কিন্তু সেই মুহূৰ্ত্তৰপৰা তৰুণৰ জীৱনে এক নতুন ৰূপ ল'লে। অনবৰত চকু এযুৰি তাৰ চকুৰ আগত তিৰবিৰাবলৈ ধৰিলে, আন কথা আৰু একোকে সি ভাবিব নোৱৰা হ'ল।

দুদিনমান গ'ল। এদিন দেওবাৰে, দুপৰীয়া তৰুণে বিচনাখনতে পেট পেলাই কিতাপ এখন চাই আছে, এনেতে শেফালিকাই আহি চুচুক-চামাককৈ সুধিলে, "নিৰ্ম্মলা আছে নে?" নিৰ্ম্মলা হ'ল তৰুণৰ ভনীয়েক। নিৰ্ম্মলা যে তলৰ মহলত থাকে, সেইটো শেফালিকাই জানে গতিকে, তৰুণৰ বুজিবলৈ বাকী নাথাকিল যে নিৰ্ম্মলাক লগ পোৱাৰ চেল্‌ লৈ শেফালিকাই তাক হে লগ পাবলৈ আহিছে। তৰুণেও লাহেকৈ হাতখনত ধৰি শেফালিকাক তাৰ ওচৰতে বিচনাখনত বহুৱালে।

শেফালিকায়ো মুখেৰে ওঁ-আ একো নকৰিলে। তৰুণে তাইৰ হাত এখন টানি আনি নিজৰ হাতত লগাই ক'লে, "তোমাক মই বৰ ভাল পাওঁ।" শেফালিকাই তললৈ মূৰটো কৰি ৰ'ল, একোকে নক'লে। এই বেলি তৰুণে পথালিকোলাকৈ দাঙি শেফালিকাক নিজৰ কোলাত বহুৱাই ল'লে। তেতিয়াও শেফালিকা নিমাতী কন্যা; একো মাতবোল কৰা নাই। চল চাই, তৰুণে শেফালিকাৰ গালতে টপৰ কৰে চুমা এটি বহুৱাই দিলে। শেফালিকা আৰু নৰ'ল; পোনছাটেই জাপ মাৰি উঠিল আৰু ক'লে, "এনে কাম কিয় কৰিলা?

ৰ'বা, বাইদেউক মই কৈ দিওঁগৈ (তাইৰ মাক অলপতে ঢুকাল)। এই বুলিয়েই তাই সেইখিনিৰপৰা আঁতৰি পলাল। তৰুণৰ গালেদি টপ্ টপ্ চকুপানী পৰিবলৈ ধৰিলে। চকুৰ পানী কিয় ওলাল, তৰুণে নিজেই ক'ব নোৱাৰিলে।

লাহে লাহে তৰুণ-শেফালিকা প্ৰণয়ৰ নিবিড় বান্ধত বান্ধ খালে। এজনে ইজনক নেদেখিলে থাকিব নোৱৰা হ'ল। শেফালিকাহঁতৰ আগচোতালতে ফুলনি এডৰা আছিল। তাৰ মাজে মাজে তুজোপামান ভাঙৰ গছো আছিল। গধূলি গছৰ আঁৰত তৰুণে-শেফালিকাই মনে মনে কথা পাতি থাকে; কি কথা পাতে, কি কৰে কোনেও নাজানে। শেফালিকাৰ বাপেক বৰ কড়া মেজাজৰ মানুহ আছিল। গতিকে সিহঁতে লুকাই-চুৰকৈহে লগ পোৱা-পুই হ'ব পাৰিছিল। ধৰা পৰিলেই তৰুণে বাপেকৰ হাতত মাৰ খোৱাৰো ভয় আছিল।

এনেকৈয়ে তিনি বছৰ পাৰ হৈ গ'ল। তৰুণ-শেফালিকাৰ প্ৰণয় দিনক দিনে গভীৰতকৈও গভীৰতম হৈ যাবলৈ ধৰিলে। তেনেতে এটা অথন্তৰ ঘটিল। তৰুণৰ বন্ধু এজন গৈ তাৰ লগতে থাকিবলৈ লওকগৈ। এদিন ৰাতিপুৱা তৰুণে দেখে শেফালিকা আৰু ভনীয়েক নীলিমাই ল'ৰাটোৰ ফালে চাই ফিচিঙাফিচিং কৰি হাঁহিছে। দৃশ্যটো দেখি তৰুণৰ খং মূৰৰ চুলিৰ আগ পালেগৈ। তৎক্ষণাৎ সি শেফালিকালৈ লিখিলে,

"ভদ্ৰলোকৰ ছোৱালীয়ে অচিনাকি মানুহৰ মুখলৈ চাই হাঁহা আমি ক'তো দেখা নাই। নিলাজ, অসভ্য এটিক যে ভাল পাইছিলোঁ, সেই কথা এতিয়া ভাবিবলৈকে ঘিণ লাগিছে। তোমাৰ চিঠি ফালি-ছিৰি পেলাই দিলোঁ। মোৰ চিঠি-পত্ৰবোৰ ঘূৰাই দিবা। তোমাৰ লগত আৰু মোৰ কোনো সম্বন্ধ নাই।" শেফালিকাই তৰুণৰ চিঠি-পত্ৰ-বোৰ ওভোতাই দি লেখিলে, "মানুহৰ ফালে চাই হাঁহাটো যে ইমান ডাঙৰ অপৰাধৰ কথা, তাক মই নাজানিছিলোঁ। ভদ্ৰলোকৰ ল'ৰাই অচিনাকি ছোৱালীলৈ চাই আঁ কৰি ভূতৰ দৰে মুখ মেলি নাথাকে।" চিঠিৰ লগতে তৰুণৰপৰা খুজি লোৱা তৰুণৰ অৰুণমানি ফট'খনি

আৰু পোনপ্ৰথমেই শেফালিকাক লগ পাবলৈ লেখা আৰু চুমা পঠিওৱা টুকুৰা-টুকুৰি কাগজবোৰো শেফালিকাই ঘূৰাই পঠালে। তৰুণে ভাবিলে, "তাই নিশ্চয় মোক খুব ভাল পায়; নহ'লে নো এই টুকুৰা-টুকুৰি কাগজবোৰ গোটাই-পিটাই সামৰি থ'ব কিয়?" কিন্তু, খিয়াল-অভিমানৰ তাড়নাত পৰি তৰুণে সকলো কথা বুজিও নুবুজিলে।

এমাহমান গ'ল, দুয়োৰে মাত-বোল নাই। তাৰ পিছত, তৰুণৰ বি. এ. পৰীক্ষা ওচৰ চাপিল। তৰুণে ভাবিলে, এই ঘৰটোত থাকিলে শেফালিকাৰ কথা ভাবি থাকোঁতেই যাব, পঢ়াশুনা আৰু নহ'ব। ইয়াকে ভাবি, ভায়েক-ভনীয়েকক ঘৰলৈ পঠিয়াই দি সি হ'ষ্টেললৈ গুচি গ'ল। হ'ষ্টেললৈ গৈহে সি বুজিব পাৰিলে শেফালিকাই তাৰ জীৱনৰ কিমান ডোখৰ বহল ঠাই অধিকাৰ কৰিছে। শেফালিকাৰ অবিহনে তাৰ জীৱন নিষ্ফল যেন লাগিল। কিন্তু, অভিমান জানো সততকাই এৰায়? মন সামৰিব নোৱাৰি, তৰুণে শেফালিকাৰপৰা ঘূৰাই লোৱা চিঠি-পত্ৰ, ফট' আৰু সেই টুকুৰা-টুকুৰি কাগজবোৰ গোটাই লেফাফা এটাৰ ভিতৰত ভৰাই শেফালিকালৈ লেখিলে, "তোমাৰ বস্তু, তোমালৈ ফিৰাই পঠিয়ালোঁ। তুমি ফালাঁ, ছিড়াঁ, যি কৰা কৰিবাঁ।" তাৰ লগতে শেফালিকাই তালৈ দিয়া চিঠিবোৰো জাপিজুপি সুমাই থ'লে। গধূলি বেলিকা, সি নিজেই লেফাফাটো হাতত লৈ মনে মনে শেফালিকাৰ ভনীয়েক নীলিমাৰ হাতত দি আহিল গৈ। তাৰ পাছদিনাই শেফালিকাৰপৰা চিঠি আহিল চাৰিপাত যোৰা। লেখিছিল :—

"সেইদিনা তোমালোকৰ ঘৰত চকীদাৰে যেতিয়া ক'লে তুমি গুচি গ'লা বুলি, তেতিয়া মোৰ কিমান বেজাৰ লাগিল কেনেকৈ বুজাম? গোটেই ৰাতিটো টোপনি নাহিল। আগৰ কথাবোৰ ভাবি ভাবি কান্দি-কাটি থাকোঁতেই ৰাতি পুৱাল। সঁচাকৈয়ে, তোমাৰ নিচিনা ল'ৰাক ভালপোৱা সুখ, মোৰ নিচিনা ছোৱালীক ভালপোৱা দুখ। মই এটা গাধা, কিন্তু মোৰ এটা কথা তুমি বিশ্বাস নকৰিবানে যে মই তোমাক ভাল পাওঁ?"

চিঠিখন পঢ়ি তৰুণৰ চকুপানী ওলাল। শেফালিকাক লগ নোপোৱাকৈ থিৰেৰে থাকিব নোৱৰা হ'ল। গধূলি গৈ বালিগঞ্জ পালেগৈ। ৰান্ধনী ঘৰৰ খিৰিকীয়েদি ৰান্ধনীটোক পাঁচ টকা বকচিচ্ দি শেফালিকাক মনে মনে মাতি দিবলৈ ক'লে। অলপ বেলিৰ মূৰত, শেফালিকা ফুলনিবাৰীৰ গছৰ তললৈ আহিল। তৰুণে আবেগত উত্ৰাৱল হৈ শেফালিকাক সাবট মাৰি ধৰি, গালে-মুখে, য'তে যেনেকৈ পায়, চুমা খাবলৈ ধৰিলে। চুমাৰ তপত পৰশনে শেফালিকাৰ মন-গা বুৰাই দিলে। তাৰ মাজতে তৰুণে এবাৰ কথা মাথোন ক'লে, "তোমাক কেনেকৈ পাহৰিম?" শেফালিকাৰ গালেদি দুধাৰি চকুলো বৈ যোৱাত তৰুণে আলফুলকৈ মচি দিলে।

পিছদিনা 'আকৌ আহিম' বুলি কৈ সেইদিনা তৰুণ গুচি আহিল। ৰাতি বিচনাত পৰি ভাবিবলৈ ধৰিলে, শেফালিকাই যে মোক ভাল পায়, তাৰ প্ৰমাণ এটা কেনেকৈ লোৱা যায়? ঠিক কৰিলে, তাই মোক বিয়া কৰায় নে নকৰায়, তাকে সুধিলেই দেখোন হয়। এই বুলি, সি গধূলি শেফালিকাক সুধিলেগৈ। শেফালিকাই তলমূৰকৈ থাকি একো উত্তৰ নিদিলে। তৰুণ খো-খো পাতি গুচি আহিল। আহি ভাবিলে, এই কলিকতীয়া ছোৱালী, অঁকৰা পাই মোক নচুৱাইছে। পিছদিনা সি শেফালিকালৈ লেখিলে :—

"তোমাৰ কথা মই বিশ্বাস কৰিব নোৱাৰোঁ। তুমি যদি মোক ভালেই পোৱা, মোৰ বন্ধুজনৰ ফালে চাই কেলেই হাঁহিছিলা।" শেফালিকাই উত্তৰ দিলে, "তোমাক আৰু একো কথা ক'ব নোখোজোঁ। আৰু তোমাৰ কোনো কথা শুনিবও নোখোজোঁ।"

সেই পৰ্ব্ব তাতেই ছিগিল। তিনি মাহৰ পাছত বি. এ. পৰীক্ষা দি তৰুণ ঘৰলৈ গুচি গ'ল। পৰীক্ষাৰ খবৰ ওলালত সি বিলাতলৈ যোৱাৰ আয়োজন কৰিলে। বোম্বাইৰপৰা জাহাজ ধৰাৰ আগতে কলিকতাত এমাহমান থাকোঁ বুলিয়েই কলিকতালৈ আহি হেৰিচন ৰ'ডৰ হোটেল ৰয়েলত উঠিলহি। পিছদিনা আবেলি হোটেলৰপৰা ওলাই টেক্সি এখনৰ কাৰণে তৰুণ 'ফুটপাথত' থিয়দি আছে, এনেতে

শেফালিকাহঁতৰ স্কুল-বাচখন আহি সেইখিনিতে ৰ'লহি। তৰুণক দেখি শেফালিকা শেঁতা পৰি গ'ল। তৰুণৰ বুকুও ধিপধিপাবলৈ ধৰিলে। দুয়োৰো চকুৱে চকুৱে পৰিলত শেফালিকাই তলমূৰ কৰিলে। নিমিষৰ পিছতে ছোৱালী এজনী নমাই থৈ বাচ গুচি গ'ল।

তৰুণৰ এতিয়া চকুত টোপনি নাই। এখন ধুনীয়া মুখ আৰু এযুৰি চকুৱে তাক আমনি কৰিবলৈ ধৰিলে। থাকিব নোৱাৰি পিছ দিনা তৰুণে শেফালিকালৈ লেখিলে,

"শেফালিকা, তুমি মোক সঁচাকৈয়ে ভাল পোৱা নে, নাই মোৰ লগত ধেমালিহে কৰিছিলা এই কথাটো মই ভালকৈ জানিব খোজোঁ।" শেফালিকাই উত্তৰ দিলে, "তোমাক ভালপোৱাৰ প্ৰমাণ তোমাৰ ওচৰত দাঙি ধৰিবলৈ মোৰ একো নাই; কিন্তু মই কেতিয়াও ভাবিব নোৱাৰোঁ যে তোমাক মই ভালপোৱা নাছিলোঁ।"

তৰুণে ভাবিলে, বাৰু প্ৰমাণ চোৱা যাওক; যদি মোক সঁচাকৈয়ে ভাল পায়, তেনেহ'লে মোৰ লগত পলাই যাবনে নাযায়, সোধোঁচোন। তেতিয়া সঁচা কথা ওলাই পৰিব।" এই বুলি সি শেফালিকালৈ লিখিলে:

"তোমাৰ অভিভাৱকসকলে তোমাক মোৰ লগত কেতিয়াও বিয়া হ'বলৈ নিদিয়ে (কাৰণ, জাতত অমিল আছিল)। আমি দুয়ো সেই দেখি পলায়েই যাওঁহক, ব'লা।" শেফালিকাৰপৰা সমিধান আহিল, "তুমি এনেবোৰ কথা ভাবিবা বুলি মই কেতিয়াও ভবা নাছিলোঁ। এতিয়া এইবোৰ কথা পাহৰি গৈ পঢ়াশুনাত লাগা।"

চিঠি পাই তৰুণৰ বৰ খং উঠিল। কলমৰ আগত যিহকে আহিল তাকে লেখি শেফালিকালৈ এখন চিঠি দিলে। চিঠিত আন কথা একো নাই, কেৱল বেয়া বেয়া গালি কিছুমান। শেফালিকাই চিঠিৰ উত্তৰকে নিদিলে। শেফালিকাক দেখা পোৱাৰ আশাতে পুৱা-গধূলি ফুটপাথতে তৰুণ থিয়াথিয়িকৈ ফুৰে। বাচখন কেতিয়াবা সেই-বাটেদি নাহেও, আন বাটেও যায়। সেইপিনে আহিলে দেখা হয়, নাহিলেই তৰুণৰ ধৰফৰণি। কেইদিনমানৰ পাছত এদিন আবেলি

তৰুণ হোটেলৰপৰা নামি আহিছে, এনেতে দেখিলে ভনীয়েক নীলিমা আৰু সিহঁতৰ সুবোধ নামেৰে প্ৰাইভেট টিউটৰ জনেসৈতে লগ লাগি শেফালিকা হোটেলৰ সমুখেদি খোজ কাঢ়ি আহিছে।

তৰুণ আৰু ৰ'ব নোৱাৰিলে; সাউৎ কৰে নামি গৈ শেফালিকাৰ শাৰীৰ আঁচলটোত ধৰি পাছ ফালৰপৰা আঁজোৰ মাৰি দিলে। শেফালিকাই উলটি চাই তৰুণক দেখি ৰঙা-চঙা পৰি তলমূৰ কৰিলে। লগত যোৱা টিউটৰজনে তৰুণক ক'লে, "কি মশায়, ৰাস্তাৰ উপৰে ভদ্ৰলোকেৰ মেয়েৰ শাৰীতে ধৰে আপনি টানলেন? পুলিশ ডাকতে হবে নাকি?" মুখেৰে একোকে নামাতি তৰুণ গুচি আহিল। পিছদিনা শেফালিকালৈ লেখিলে, "কেইদিনমানৰ ভিতৰতে মই ইয়াৰপৰা যামগৈ। তোমাক আৰু আমনি কৰিবলৈ নাহোঁ। মাত্ৰ, যোৱাৰ আগতে তোমাক এবাৰ লগ পাব খোজোঁ। কেতিয়া ক'ত পাব পাৰি, লিখিবা।"

শেফালিকাই তৎক্ষণাৎ উত্তৰ দিলে, "মনত আছেনে এদিন তুমি মোলৈ মোক নিলাজ অসভ্য বুলি চিঠি দিছিলা। আজি প্ৰমাণ হৈ গ'ল যে মই সঁচাকৈয়ে নিলাজ আৰু অসভ্য। নহ'লে, তোমাৰ আগৰ চিঠিত তুমি যিবোৰ কথা লিখিছিলা, তাৰ পিছত মই তোমালৈ আকৌ চিঠি দিব নোৱাৰিলোঁহেঁতেন। মোক লগ নাপালে ক'ব নোৱৰা কি কথা থাকিব পাৰে মই নাজানোঁ। এই যে চিঠিখন দিলা, তাতেই দেখোন ক'ব পাৰিলাহেঁতেন। দেখা কৰিবলৈ কিমান টান, তোমাক কেনেকৈ বুজাম? ঘৰত মোৰ ওপৰত সকলোৰে চকু। স্কুললৈ গৈ দেখা কৰাও নিৰাপদ নহয়। লুকাই-চুৰকৈ তোমাৰ লগত আৰু দেখা কৰিবলৈ ইচ্ছা নকৰোঁ। এদিন তোমাক স্বাধীনভাৱে খোলাখুলিকৈ দেখা কৰিব পাৰিম বুলি ভাবোঁ আৰু সেই দিনটোলৈকে অপেক্ষা কৰি আছোঁ। তোমাৰ যদি মন যায়, তুমিও সেই দিনটোলৈ বাট চাই থাকা। অৱশ্যে, তোমাক জোৰ কৰাও নাই, অনুৰোধ কৰাও নাই; তুমি ইচ্ছা কৰিলে সেই দিনটোলৈ অপেক্ষা কৰা।"

তৰুণে ভাবিলে, "এবাৰ দেখা কৰিব খুজিলোঁ, তাতো ৰাজী নহ'ল;

ইমান ফুটনি; বাৰু নালাগে।" তাৰ দুদিনৰ মূৰত তৰুণ বোম্বাইলৈ গুচি গ'ল। তাৰপৰা বিলাত পালেগৈ। বিলাতত ধুনীয়া ধুনীয়া মেম-ছোৱালী লগ পালত শেফালিকাৰ স্মৃতি লাহে লাহে মলিন হৈ আহিল। তিনি বছৰৰ পিছত বিলাতৰপৰা ঘূৰি আহি কলিকতাত তেওঁ খবৰ কৰি পালে যে শেফালিকাৰ বিয়া হোৱা নাই, তাই কলেজত পঢ়ি আছে। তাইক চাবলৈ তৰুণৰ বৰ হেঁপাহ হৈছিল, কিন্তু তাৰ অভিমান তেতিয়াও পূৰামাত্ৰাই আছিল; দেখা কৰিবলৈ একো চেষ্টাকে নকৰিলে। তিনি দিন কলিকতাত থাকি তৰুণ ঘৰলৈ গুচি গ'ল।

দুবছৰমান গ'ল। তাৰ পিছত তৰুণে খবৰ পালে বোলে শেফালিকাৰ বিয়া হ'ল। এবছৰৰ পাছত তৰুণেও বিয়া কৰালে। বছৰৰ পিছত বছৰ পাৰ হৈ গ'ল, তৰুণ এতিয়া তিনিটি ল'ৰা-ছোৱালীৰ বাপেক। উনৈশ বছৰৰ মূৰত এবাৰ কলিকতালৈ যাওঁতে ঘটনাচক্ৰত এজন বন্ধুৰ ঘৰত তেওঁ (এতিয়া আৰু সি নাই) শেফালিকাক লগ পালে। আগতকৈ শকত হৈছিল যদিও তৰুণৰ চকুত শেফালিকাক আগতকৈও সুন্দৰ যেন লাগিল। দুয়ো কথা-বতৰা হ'ল। শেফালিকাৰ গিৰিয়েকৰ লগত তৰুণৰ চিনাকি হ'ল। শেফালিকাই ক'লে, "কাইলৈ দুপৰীয়া আমাৰ ঘৰতে ভাত খোৱাকৈ আহিবানে?" তৰুণ ৰাজী হ'ল আৰু শেফালিকাই তেওঁক তেওঁৰ ঠিকনাটো দিলে।

পিছদিনা তৰুণ শেফালিকাৰ গাৰ্ডেন ৰিচৰ ঘৰত উপস্থিত হ'ল। শেফালিকাৰ তেতিয়া ল'ৰা-ছোৱালী দুটি; এটি কলেজত আৰু এটি স্কুলত। গিৰিয়েক এখ খাপৰ চৰকাৰী বিষয়া তেতিয়া অফিচলৈ গৈছে; ঘৰত শেফালিকা অকলে আছে। দুয়ো একেলগে খাই-বৈ পুৰণি কথা পাতিবলৈ ধৰিলে। সময় কেনি গ'ল তৰুণে তৰ্কিবই নোৱাৰিলে। ল'ৰা-ছোৱালীহাল আবেলি স্কুলৰপৰা আহি চাহ খাই, চিনেমা চাবলৈ গ'ল। লাহে লাহে সন্ধিয়াৰ আন্ধাৰ নামি আহিল। বাহিৰত দুখন হেলন (হেলনীয়া) চকী পৰাই শেফালিকা আৰু তৰুণ এজোপা গছৰ তলত বহিল। তেতিয়া আন্ধাৰ হ'বলৈ ধৰিছে। ঘৰৰ ভিতৰৰ লাইটৰ ৰশ্মি এটিয়ে মাত্ৰ ঠাইডোখৰক অলপ পোহৰ

দিছে। হঠাতে তৰুণে শেফালিকাৰ হাতখনত খপ্ কৰে ধৰি সুধিলে, "শেফালিকা তুমি মোক লৈ মাত্ৰ খেলা কৰিছিলা, নহয় নে?"

কিছুপৰ টলকা মাৰি থাকি শেফালিকাই মাত লগালে, "সেই বয়সত সিমান বুদ্ধি জানো মোৰ আছিল?" তৰুণে কথাটোৰ অৰ্থ ঠিক বুজিব নোৱাৰিলে। শেফালিকাৰ হাতখনি তেওঁৰ হাতত লৈ মনে মনে কিবা কথা ভাবিবলৈ ধৰিলে। শেফালিকায়ো হাতখন একৰাই নিয়া নাই। এনেতে হঠাৎ তৰুণে ক'লে, "চুমা এটি দিবা নে?" শেফালিকাই নিজৰ হাতখন তৰুণৰ হাতৰপৰা একৰাই নি ক'লে, "মই এতিয়া উনৈশ বছৰৰ আগৰ ছোৱালীজনী হৈ থকা নাই। তেনেবোৰ কথা ক'লে মই আৰু তোমাৰ লগত কথা পাতিব নোৱাৰিম"

আৰু অলপ পৰ বহি তৰুণে বিদায় ল'লে। যাবৰ পৰত শেফালিকাই ক'লে, "আকৌ আহিবা নহয়? আহিবা দেই। ইউ আৰ অলৱেইজ ৱেলকাম।" তৰুণে "বাৰু চাওঁ" বুলি কৈ গুচি আহিল।

পিছদিনা তৰুণ অসমলৈ উলটিল। কিন্তু তেওঁৰ মনত শান্তি নাইকিয়া হ'ল। তাহানিৰ কথাবোৰ মনত পৰিবলৈ ধৰিলে। শেফালিকাৰ আকাৰ ইঙ্গিতৰপৰা তৰুণে বুজিব পাৰিছিল যে তেওঁ তৰুণক ভাল পায়। শেফালিকাৰ সৌন্দৰ্য্যই তৰুণক বৰকৈ আকৰ্ষণ কৰিছিল। তেওঁৰ আফচোচ্ হ'বলৈ ধৰিলে; ভাবিলে, "ইমান ধুনীয়া ছোৱালীজনীক ময়ে 'বুৰ্ব্বকামি' কৰি হেৰুৱালোঁ।"

এনেকৈ ছাটিফুটিকৈ থাকি শেফালিকাৰ কথাকে ভাবি কিছুদিনৰ মূৰত তৰুণ আকৌ কলিকতা ওলালগৈ। দুপৰীয়া ঘৰত কোনো নথকা সময়ত নিতৌ তেওঁ শেফালিকাক লগ ধৰেগৈ। তিনি-চাৰি ঘণ্টা সময় তেওঁৰ লগতে কথা-বতৰা পাতি থাকে। লাহে লাহে তৰুণৰ মনত এনে লাগিবলৈ ধৰিলে যে শেফালিকাৰ অবিহনে তেওঁৰ জীৱন ব্যৰ্থ। অন্তত এদিন, তৰুণে শেফালিকাক ক'লে, "শেফালিকা, এতিয়া মই ভাবোঁ যে জীৱনত এটা বৰ ডাঙৰ ভুল কৰিলোঁ। কিন্তু,

ইংৰাজীত এটা কথা আছে: It is never too late to do anything (ইট্ ইজ্ নেভাৰ টু লেট টু ডু এনিথিং)। এই বুলি তৰুণে শেফালিকাক বুকুত সাৰটি লৈ থোকাথুকি মাতেৰে সুধিলে, "শেফালিকা, এতিয়াও বাৰু তুমি মোৰ হ'বানে?" তৰুণে দেখিলে শেফালিকাৰ চকুযুৰি ঢুলঢুলীয়া হ'ল, লাহে লাহে দুধাৰি চকুলো গালেদি বৈ গ'ল। শাৰীৰ আঁচলেৰে চকুলো টুকি তেওঁ তৰুণক ক'লে, "তুমি এতিয়াও ল'ৰা মানুহ হৈয়েই আছা। বহাঁ, চাহ এটোপা খোৱাঁ।"

অলপ সময় যোৱাৰ পিছত, তৰুণে সুধিলে, "মোৰ কথাৰ দেখোন উত্তৰ নিদিলা?" শেফালিকাই তৰুণৰ চকুলৈ একেথৰে কিছুপৰ চাই ক'লে, "মই লেখি উত্তৰ দিম।"

পিছদিনা তৰুণে শেফালিকাৰপৰা চিঠি এখন পালে। তেওঁ লেখিছে, "মোৰ সৰল হৃদয়ৰ গোটেইখিনি মৰম আৰু ভক্তিৰে যেতিয়া তোমাক ভাল পাইছিলোঁ, তেতিয়া সেই ভালপোৱাক ভৰিৰে গুৰিয়াই আঁতৰি গ'লা। এতিয়া তুমি যি প্ৰস্তাৱ কৰিছা, সেইটো খটোৱা সম্ভৱ নে? তোমাৰ এতিয়া এখন সংসাৰ আছে, আমাৰো আছে। ইমান বছৰৰ মূৰত যি আশাক তুমি তোমাৰ মনৰ ভিতৰত মূৰ দাঙিবলৈ দিছা, অলপ ভালকৈ ভাবি চালে বুজিবা যে সেই আশা কোনো দিনা কেতিয়াও ফলৱতী হ'ব নোৱাৰে। মোৰ একমাত্ৰ অনুৰোধ তুমি যেন তৎক্ষণাৎ কলিকতা এৰি গুচি যোৱা। অনুৰোধ ৰাখিবা নে?"

পিছদিনা তৰুণ কলিকতাৰপৰা গুচি আহিল। ইয়াৰ পাছৰপৰাই তৰুণৰ মনত সদায় এটা উদাস ভাবে দোলন খেলি থাকে—তেওঁৰ জীৱনটো যেন অসম্পূৰ্ণ হৈ গ'ল। অৱশেষত এটা কথা তৰুণে বুজিব পাৰিলে যে তেওঁ শেফালিকাতকৈ নিজক বেছি ভাল পাইছিল আৰু সেই কাৰণেই শেফালিকাক হেৰুৱালে।

---

## ॥ প্ৰশ্নৰ উত্তৰ ॥

নীৰেনৰ স্মৰণশক্তিটো আছিল অদ্ভুত। তিনি-চাৰি বছৰ বয়সত ঘটা ঘটনা তেওঁৰ ফট্‌ফটীয়াকৈ মনত আছিল। মনত পৰাবেপৰা তেওঁৰ বাপেক নবীন ফুকন আৰু মাক পদ্মিনীৰ ভিতৰত তুমুল কাজিয়া। গালি-শপনিতো দৈনিক আছেই, কেতিয়াবা মাৰ-পিটো হয়। শুই উঠিয়েই মাকে বাপেকৰ চৈধ্য পুৰুষ উদ্ধাৰ কৰে। বাপেকে মনে মনে শুনি থাকে। কেতিয়াবা কিবা মাতিলে মাৰ-পিট আৰম্ভ হয়।

তেওঁলোকৰ ঘৰটো আছিল চাং-বঙলা। চাংখন মাটিৰপৰা মাত্ৰ তিনি ফুট মান ওপৰত। মাক, বায়েক আৰু নীৰেনৰ বাহিৰে ঘৰত আছিল নীৰেনতকৈ তিনি বছৰৰ ডাঙৰ নীৰেনৰ বায়েক বিমলী। হেলচী বুলি এজনী ধুনীয়া গাভৰু বান্দী আছিল; তাইও ঘৰৰ মানুহৰে নিচিনা আছিল। বিমলী আৰু নীৰেনক তাই বৰ মৰম কৰিছিল আৰু তেওঁলোক দুয়ো তাইক নিজৰ বায়েক যেন পাইছিল। ঘৰত চাকৰ-নাকৰ এপাল।

বাপেক-মাকৰ বৰকৈ কাজিয়া লাগিলে হেলচীয়ে বিমলী আৰু নীৰেনক লৈ ঘৰৰ চাঙৰ তলত লুকাই থাকে। কেতিয়াবা ঘণ্টাকে

ঘণ্টা এনেকৈ চাঙৰ তলতে যায়। মাকে হেলচীক হোৱাই নোহোৱাই খুব মাৰিছিল। আৰু কেতিয়াবা কাজিয়াৰ ভিতৰতেই বাপেকেও তাইক মাৰি ঘৰৰ বাহিৰ হৈ যাবলৈ কৈছিল।

কাজিয়াখন নো কিহৰ বাবে হৈছিল বিমলীয়েও নাজানিছিল, নীৰেনেও নাজানিছিল। হেলচীক সুধিলে হেলচীয়েও একো নকয়। এদিন ৰাতি মাজনিশা বৰ ডাঙৰকৈ কাজিয়াখন লগাৰ পাছত মাকে বিমলী আৰু নীৰেনক লৈ ঘৰৰপৰা ওলাই গুচি গ'ল আৰু ৰাতিটো ৰেইটিং ৰুমতে থাকি পিছদিনা ৰাতিপুৱা মোমায়েকৰ ঘৰত গুৱাহাটীলৈ গ'ল গৈ।

মাকৰ মোমায়েকৰ ঘৰত তেওঁলোক তিনিমাহমান থাকিল। তেওঁলোকৰ বুঢ়ীমাকো তাতে আছিল। তাৰ মাজতে এবাৰ নীৰেনৰ দেউতাক গুৱাহাটীলৈ আহিল। আইতাকৰ লগত বহুত পৰ অৰ্কলে কথা-বতৰা হ'ল; কি কথা হ'ল বিমলী নীৰেনে ক'ব নোৱাৰে। তাৰ দুদিনমানৰ পিছতে তেওঁলোকক লৈ মাক ঘৰলৈ উভতি গ'ল। উভতি যোৱাৰ দুই-তিনিদিনমানৰ পিছতে মাকে হেলচীক ঘৰৰপৰা বিদায় দিলে। তাইক পদ্মিনীৰ বাপেকে পদ্মিনীৰ লগত যৌতুক হিচাপে পঠাইছিল। তাইৰ বেলেগে ঘৰ এখন থকা বুলি বিমলী নীৰেনে নাজানিছিল। ক'লৈ যাব বুলি সোধাত তাই "ক'ব নোৱাৰোঁ" বুলি ক'লে। তাই কান্দি কান্দি গুচি যোৱা নীৰেনৰ মনত পৰে; তাৰ পাছত, জীৱনত আৰু তাইৰ লগত নীৰেনৰ দেখা হোৱা নাই।

হেলচী গুচি যোৱাৰ পিছত দুবছৰমান কাল শান্তিত গ'ল। কাজিয়া-পেঁচালো নাইকিয়া হ'ল। নীৰেনৰ এটি অকণমানি ভনীয়েকো আহি তেওঁলোকৰ সংসাৰ বহলালে। তাৰ পিছৰপৰা কি হ'ল নীৰেনে ক'ব নোৱাৰে, আকৌ বাপেক-মাকৰ ভিতৰত তুমুল কাজিয়া আৰম্ভ হ'ল। ঘৰৰ এই অশান্তিয়ে বিমলী আৰু নীৰেনৰ জীৱন বিষময় কৰি তুলিলে। হেলচীক নাপাই এতিয়া মাকে নীৰেনক হোৱাই-নোহোৱাই গৰু-মৰা দি মাৰিবলৈ আৰম্ভ কৰিলে।

নীৰেনৰ বয়স তেতিয়া মাত্র ছবছৰ মান হ'ব। ডুৱাৰ-ডাং, লাখুটি, ফটা-জোতা, খৰম—হাতৰ আগত যি পায় তাৰেই মাৰিবলৈ মাকে মুখলৈ নাচাইছিল। কেতিয়াবা মাৰি নীৰেনৰ হাত-ভৰি ভাঙি দিছিল। 'এনেকৈ যিদিনা মাৰে সেইদিনা ৰাতি মাকে নীৰেনক টোপনিতে মনে মনে চুমা এটি খায়হি। নীৰেনে গমো পায়। মাকৰ এই অদ্ভুত ব্যৱহাৰৰ ৰহস্য নীৰেনে বুজি পোৱা নাছিল। এনে অশান্তিৰ ভিতৰত ডাঙৰ হ'ব লগীয়া হোৱাত তেওঁৰ আৰু বায়েকৰ মনৰ ওপৰত এটা বিষাদৰ ছাঁ পৰিছিল।

গুৱাহাটীৰপৰা নীৰেনহঁত উলটি যোৱাৰ কেইমাহমা ৰ পিছতে নবীন ফুকনে ডাঙৰ কাম এটা লৈ প্রমোচন পাই যোৰহাটলৈ বদলি হ'ল। যোৰহাটৰ ওচৰতে ফুকনৰ পুৰণি পৈতৃক ঘৰ। ঘৰৰ ল'ৰাই ডাঙৰ কাম পাই অহা বুলি শুনি গাওঁৰ লগা-ভগা সকলোটি নীৰেনহঁতৰ ঘৰলৈ আহিল। মাইকী মানুহ য'ত যিমান আছিল, বৰ বোৱেক, ন-বোৱেক, পেহীয়েক, খুড়ীয়েক সকলো আহিল নীৰেনৰ মাকক দেখা কৰিবলৈ। কিন্তু এজনী খুড়ীয়েকৰ বাহিৰে আন কাকো পদ্মিনীয়ে মুখেৰেই নামাতিলে। বিমলীয়ে লাজত ৰঙা-চঙা পৰি তামোলৰ বটাটো আনি দিলে। তামোল ছালি খাই তেওঁলোকে ঘৰৰ গিৰিহঁতনীৰ লগত দেখা-সাক্ষাৎ নোহোৱাকৈয়ে গুচি গ'ল। লাহে লাহে নীৰেনহঁতৰ ঘৰলৈ জন-মনুষ্য এটিও ভৰি দিবলৈ নহা হ'ল।

নবীন ফুকনৰ বৰ ককায়েক কেইবা বছৰবো আগতে ঢুকায়। তেওঁৰ ডাঙৰ ল'ৰাটিক নবীন ফুকনে পঢ়াই-শুনাই ডাক্তৰি পাচ কৰাই ডাক্তৰ কামত ভৰ্ত্তি কৰি দিছিল। সূৰ্য্য নামেৰে সৰু ল'ৰাটিয়ে তেতিয়া স্কুলত পঢ়িছিল। গাওঁৰপৰা নগৰৰ স্কুললৈ অহা-যোৱা কৰা অসুবিধা; ঘৰৰ অৱস্থাও বেয়া, এইবোৰ কাৰণৰ নিমিত্তেই ফুকনে ল'ৰাটো তেওঁৰ যোৰহাটৰ বঙলালৈ লৈ আহিল। সূৰ্য্য আহি তেওঁলোকৰ ঘৰ সোমোৱাৰ দিনাৰপৰা নীৰেনৰ কপাল অলপ ভালৰ ফাললৈ আহিল, এটা বিষয়ত। তেওঁৰ পিঠিত মাৰ অলপ কমকৈ পৰিবলৈ ধৰিলে, কিন্তু বেচেৰা সূৰ্য্যই ৰাতিয়ে-দিনে গালি খাই

থাকিব লগীয়া হ'ল। তেওঁৰ অৱস্থা দেখি বিমলী-নীৰেন দুয়ো মনৰ বেজাৰত কেতিয়াবা চকুপানী টুকিছিল।

এদিন বৌমাছৰ মূৰৰ আণ্ডা বান্ধিছে। ৰাতি সূৰ্য্য, বিমলী আৰু নীৰেনে একেলগে টেবুলত খাবলৈ বহিছে। ৰান্ধনীয়ে দুবাটি আণ্ডা বিমলীকে নীৰেনকে দি গ'ল, সূৰ্য্যৰ ভাগৰ আণ্ডা এতিয়া নাহে। নীৰেনে ঠাকুৰক চিঞৰিবলৈ ধৰিলে। কিছুপৰৰ পিছত ঠাকুৰ আহি "আৰু আণ্ডা নাই" বুলি ক'লে, আৰু কৈয়েই মুখত হাতখন দি টেপা মৰা হাঁহি এটি মাৰি ওলাই গ'ল। সূৰ্য্যৰ মুখখন ক'লা পৰি গ'ল। তেওঁ আৰু ভাত খাব নোৱাৰিলে; উঠি গুচি গ'ল। বিমলী নীৰেনবো সেই ৰাতি লঘোন হ'ল। বাপেক তেতিয়া মফচলত আছিল। তিনি দিনৰ মূৰত ঘূৰি আহিলত সূৰ্য্যই কান্দি কান্দি ক'লে, "দদাইদেউ, মই ইয়াত আৰু থাকিব নোৱাৰোঁ, গাৱঁলৈকে যাওঁগৈ।" ফুকনে সুধিলে, "কিয়?" শোকে খুন্দা মাৰি ধৰাত সূৰ্য্যই একো উত্তৰ দিব নোৱাৰি ওলাই গুচি গ'ল। সেই দিনাই তেওঁ টালি-টোপোলা বান্ধি ফুকনৰ ঘৰৰপৰা বিদায় ল'লে।

খকা-খুন্দা, অশান্তিৰ ভিতৰেদি আৰু দুবছৰমান যোৱাৰ পিছত বিমলীৰ বিয়া হ'ল। এইখন ঘৰ এৰি যাবলৈ পাই বিমলীয়ে নতুন জীৱন পোৱা যেন পালে। নীৰেনো ইতিমধ্যে ডাঙৰ হৈ পোন্ধৰ-যোল বছৰীয়া হ'ল। ভনীয়েক ৰেণুও ডাঙৰ হ'ল। কিন্তু নীৰেনৰ পিঠিত মাৰ তেতিয়াও সমানে চলি থাকিল। জীয়েক ওলাই যোৱাৰ পিছৰপৰা মাকৰ উৎপাত বাঢ়িবলৈহে ধৰিলে। এদিন আবেলি ফুকন অফিচত থাকোঁতে বাকচৰপৰা কলিকতাত কৰোৱা তেওঁৰ পোছাক, এটা এটাকৈ সোপাকে উলিয়াই, কেচি এখনেৰে টুকুৰা-টুকুৰিকৈ কাটি পেলালে। ফুকনে আহি দৃশ্য দেখি ওচৰচুবুৰীয়া ফুকনৰ লগতে কাম কৰা এজন ডাঙৰ বিষয়া, শৰৎ পূজাৰীক মাতি ক'লে, "শৰৎ, মোৰ আৰু ইয়াত থকা সম্ভৱ নহয়। মোৰ ওৱাইফৰ কাণ্ডখন চোৱা চোন।" পূজাৰীয়ে ফুকন-ফুকননী দুয়োকো বৰ মান কৰিছিল। ফুকনেও তেওঁক নিজৰ সৰু ভায়েকৰ নিচিনা দেখিছিল। ফুকনীৰো

তেওঁৰ প্ৰতি যথেষ্ট শ্ৰদ্ধা আছিল। পূজাৰী, ফুকনৰ দৰেই সৌম্যমূৰ্ত্তি ধীৰ গম্ভীৰ প্ৰকৃতিৰ লোক আছিল। তেওঁৰ খং উঠা কোনেও কাহানিও দেখা নাই। কিন্তু সেইদিনা তেওঁৰো খং উঠিল। ফুকনীক ভাবি দি'তেখেতে ক'লে, "আপুনি নো এনেবোৰ বলিয়ালি কৰিব লাগেনে?" ফুকননীয়ে উত্তৰ দিলে, "সি মোৰ বহুত লোকচান কৰিছে, মই তাৰ নকৰিম কিয়?"

সেই পৰ্ব্ব তেনেকৈ ছিগিল। কেই মাহমানৰ পাছত এদিন মাজ নিশা নীৰেনৰ যেতিয়া লালকাল টোপনি, ভনীয়েক ৰেণুৱে তেওঁক জগাই দি ক'লে, "মাই, দা এখন হাতত লৈ দেউতাৰ কুঠৰীৰ ফালে গৈছে, উঠাঁ বেগেতে।" এনেতে নীৰেনে বাপেকৰ আৰ্ত্তনাদ শুনি একে জাপে গৈ বাপেকৰ শোৱা কোঠা পালেগৈ। পাই দেখে দাৰে মাকে বাপেকক কাটিবলৈ গৈছে। নীৰেনে খপ কৰে মাকক হাতত ধৰি টানি বাহিৰ কৰি আনি ছুৱাৰ বন্ধ কৰি এটা কোঠাত সুমুৱাই থ'লে। পিছদিনা ৰাতিপুৱা বাপেকে ঘৰ এৰি বন্ধু এজনৰ লগত থাকিবলৈ গুচি গ'ল।

বাপেকে ঘৰ এৰি গুচি যোৱাৰ পিছত মাকৰ মূৰ্ত্তি আৰু চৰিল। নীৰেন আৰু ৰেণুৰ জীৱন ছুৰ্বিষহ হৈ উঠিল। তেওঁলোকৰ ঘৰৰ দাঁতিতে আছিল গোপাল চিৰস্তাদাৰৰ ঘৰ। চিৰস্তাদাৰ নীৰেনৰ মাকৰ দূৰ সম্বন্ধীয়া দদায়েক। তেওঁ বুঢ়া কালত দ্বিতীয় পক্ষৰ ভাৰ্য্যা লৈছিল। তেওঁৰ বয়স তেতিয়া ষাঠি বছৰৰ ওচৰা-উচৰি; ঘৈণীয়েক কুৰি বছৰীয়া গাভৰু। মাকক চিৰস্তাদাৰৰ ঘৰৰ ফালে চাই কেতিয়াবা গালি-শপনি পাৰি থকা নীৰেনে দেখিছিল, কিন্তু কাক গালি পাৰিছিল, কিয় বা পাৰিছিল তাক হ'লে ধৰিব পৰা নাছিল।

এদিন ৰাতি পুৱাওঁ-নৌপুৱাওঁতেই মাকে নীৰেনক জগাই দি ক'লে, "বাপেৰক চিৰস্তাদাৰৰ ঘৰত কাটিলে, তই লৰি যা, নন্দ উকীলক খবৰটো দে গৈ।" নন্দ উকীল সেই চুবুৰিৰ মুখীয়াল মানুহ; তত্নপৰি তেখেত আছিল নবীন ফুকনৰ সখীয়েক। নীৰেন উধাতু খাই নন্দ

উকীলৰ ঘৰলৈ লৰিল আৰু তেওঁক জগাই ক'লে, "দেউতাক চিৰস্তাদাৰৰ ঘৰত কাটিলে, আপুনি বেগেতে আহক।"

নন্দ উকীল থৰ লাগিল। অলপ পৰ নীৰেনৰ পিনে অবাক হৈ চাই থাকি ক'লে, "তুমি এইখন কি বলিয়ালি বকিছা?" নীৰেনে ক'লে, "মই একো ক'ব নোৱাৰোঁ। মাইয়ে যেনেকৈ ক'বলৈ কৈছে তেনেকৈহে কৈছোঁ। তেতিয়া তেখেতে ক'লে, "বাৰু তুমি যোৱাঁ। মই গৈছোঁ।" আঠ কি ন মান বজাত নন্দ উকীলক নীৰেনে চিৰস্তাদাৰৰ ঘৰলৈ যোৱা দেখিলে আৰু তাৰ আধা ঘণ্টা মানৰ পিছত ঘূৰি যোৱাও দেখিলে। তাৰ অলপ সময়ৰ পিছতে নন্দ উকীলৰ ঘৈণীয়েক আহি ফুকননীক তেওঁলোকৰ তালৈ লৈ গ'ল। নীৰেন ভয়ত পেপুঁৱা লাগিল। সেইদিনা স্কুললৈকো নগ'ল। ভনীয়েকৰ বয়স তেতিয়া দহবছৰমান হ'ব; তাই কান্দি-কাটি বাউলী হ'ল।

গধূলি নন্দ উকীলৰ ঘৰৰপৰা নীৰেনলৈ খবৰ আহিল বোলে মাকৰ হঠাৎ অসুখ হৈছে; তেওঁ ঘৰলৈ আহিব নোৱাৰিব; উকীলৰ তাতে থাকিব; চিন্তা-ভাবনা কৰি থাকিব নালাগে। পিছদিনা নীৰেন মাকৰ খবৰ কৰিবলৈ নন্দ উকীলৰ ঘৰলৈ গ'ল। মাকক চাবলৈ তেওঁক নিদিলে। উকীলনীয়ে ক'লে, "তেওঁৰ গা বৰ বেয়া, এতিয়া লগ পাব নালাগে; অলপ ভাল হ'লেই তোমালৈ খবৰ পঠাম। তুমি একো চিন্তা নকৰিবা; শুশ্ৰূষাৰ একো ত্ৰুটি হ'ব নোৱাৰে, পাৰোঁমানে কৰিয়েই আছোঁ।"

তিনি দিনৰ মূৰত গধূলি নন্দ উকীলে নীৰেনক মতাই পঠালে। এটা কোঠাত দুৱাৰ-ঘৰ মাৰি অকলশৰীয়াকৈ উকীল-উকীলনীয়ে নীৰেনক তেওঁলোক দুয়োৰো মাজত বহুৱালে। উকীলনীয়ে ক'লে, "তুমি এতিয়া কেঁচুৱা ল'ৰা নহয়; তোমাৰ বয়স পোন্ধৰ-যোল হ'ল। তুমি বৰ দুখ পাবা, আমি জানোঁ, কিন্তু তোমাক এটা কথা আমি এতিয়া নকৈ নোৱাৰোঁ। কথাটো হৈছে এই যে তোমাৰ মাৰাৰ মগজুৰ বিকাৰ ঘটিছে।"

নীৰেনে মূৰত বজ্ৰপাত পৰা যেন পালে। তেওঁৰ মাক বলীয়া

হ'ব পাৰে এইটো কথা তেওঁ সপোনতো ভাবিব পৰা নাছিল। তেওঁ মাত মাতিব নোৱাৰিলে ; থৰ হৈ বহি থাকিল। উকীলনীয়ে আৰু ক'লে, "তেখেতে দেউতাৰাৰ লগত কথা-বতৰা হৈছিল। তেজপুৰত তোমালোকৰ বাইদেৱেৰা আছে। তাত পগলা ফাটেকত পগলা চিকিৎসা কৰা ডাক্তৰো আছে। গতিকে মাৰাক তেজপুৰলৈ বাইদেৱেৰাৰ ঘৰলৈ পঠিয়াই দিবলৈকে আমি বন্দৱস্ত কৰিছোঁ। তোমাৰ ভনীয়েৰ নিচেই সৰু হৈ আছে ; অকলে থাকিব নোৱাৰিব ; তাইও মাকৰ লগতে যাওঁক। কাইলৈ যাব পৰাকৈ তুমি যো-জা কৰা গৈ।"

চকুপানী টুকি টুকি নীৰেন ঘৰ পালেহি। পাছদিনা নন্দ উকীলৰ বৰ পুতেকে ফুকননী আৰু বেণুক তেজপুৰলৈ লৈ গ'ল। ফুকন তেওঁৰ বন্ধুৰ ঘৰৰপৰা নিজৰ ঘৰলৈ ঘূৰি আহিল। ঘৰত ৰ'ল মাথোন বাপেক আৰু পুতেক। কেইদিনমানৰ পিছত খবৰ পালে বোলে মাকে তেজপুৰলৈ গৈও বৰ উৎপাত আৰম্ভ কৰিছে। জী-জোঁৱাইৰ লগত মাতবোল বন্ধ। চিকিৎসা আৰম্ভ হৈছে।

তাৰ পাছৰ বছৰ বাপেকক অকলশৰীয়াকৈ এৰি থৈ নীৰেন কলিকতাৰ কলেজত পঢ়িবলৈ গুচি গ'ল। চাৰিবছৰৰ মূৰত বি. এ. পাচ কৰি যেতিয়া তেওঁ ঘৰলৈ আহিল বাপেকে ক'লে, "মাৰাৰ গা এতিয়া সম্পূৰ্ণ ভাল হৈছে বুলি খবৰ পাইছোঁ ; তই যা, লৈ আহ গৈ।" নীৰেনে গৈ তেজপুৰৰপৰা মাক আৰু ভনীয়েকক লৈ আহিল।

মাক এতিয়া একেবাৰে আন এগৰাকী মানুহৰ নিচিনা হৈ পৰিল। গিৰিয়েকৰ লগত মাতবোল নকৰিলে, কিন্তু ওচৰ-চুবুৰীয়া, লগা-ভগা যি খবৰ ল'বলৈ আহিছিল, সকলোৰে লগত সুন্দৰভাৱে কথা-বতৰা পাতি সুধিলে-পুছিলে। কাৰো ওপৰত এতিয়া আৰু খং ৰাগ নাই।

এবছৰৰ পিছত বেণুক বিয়া দি উলিয়াই দিয়া হ'ল। তাৰ কেইমাহ মানৰ পিছতে নবীন ফুকন ঢুকাল। তেওঁৰ শেষ মুহূৰ্ত্ততো ঘৈণীয়েক তেওঁৰ ওচৰলৈ নগ'ল। জীৱ যোৱাৰ পিছত এবাৰ গৈ

শটো চাং আছি দুৱাৰ ঘৰ মাৰি নিজৰ কোঠাত যি সোমাল তিনি দিনলৈ তাৰপৰা নোলাল। তিনিদিনৰ পিছত ওলাই গা-পা ধুই ফুকনীয়ে যি ব্ৰত আৰম্ভ কৰিলে সেই ব্ৰত মৰবালৈকে নেৰিলে। ভাত-পানী এৰি দিলে, ফল-মূল, গাখীৰ আদি খাই থাকে। কি কাৰণেনো এনে কঠোৰ ব্ৰত অবলম্বন কৰিলে সুধিলে একো নকয়। এনেকৈ বাইছ বছৰকাল ব্ৰত কৰি থকাৰ পিছত তেওঁৰ মৃত্যু হ'ল।

নীৰেনো ইতিমধ্যে বিয়া-বাৰু কৰাই সংসাৰী হ'ল; তেওঁৰ ল'ৰা-ছোৱালী হ'ল। মাক মৰাৰ বছেৰেকৰ মূৰত তেওঁ এবাৰ শিৱসাগৰলৈ ফুৰিবলৈ গ্ৰাওক। তাত তেওঁৰ এগৰাকী বিধৱা মাহীয়েক আছিল; মাহীয়েকৰ ঘৰতে নীৰেন আলহী হ'লগৈ।

তেতিয়া জাৰকালি। এদিন ৰাতি ভাত-পানী খোৱাৰ পাছত তামোল-ছালি খাই জুহালৰ গুৰিত বহি মাহীয়েকৰ লগত নীৰেনে গল্প কৰি আছে। নানান পুৰণি সুখ-দুখৰ কথা ওলাল। তাৰ ভিতৰতে মাহীয়েকে হঠাৎ নীৰেনক সুধিলে, "দেউতাৰৰ আৰু মাৰৰ ভিতৰত কাজিয়াৰ গুৰিত কি আছিল তই কিবা জান নে?"

নীৰেনে ক'লে, "একো নাজানোঁ।" মহীয়েকে ক'লে, "তোক মই কথাটো আগতে কোৱা নাছিলোঁ। কিন্তু এতিয়া মাৰ-দেউতাৰ দুয়ো যেতিয়া স্বৰ্গী হ'ল তই কথাটো জনা উচিত। ঢুকোৱাৰ এবছৰ-মান আগতে দেউতাৰ ইয়ালৈ আহিছিল; মোৰ ইয়াতে সাদিন আছিল। তেতিয়া এদিন গধূলি, আজি যেনেদৰে তয়ে মহে বহি আছোঁ, ঠিক সেইদৰে আমি দুয়ো অকলে বহি এই জুহালৰ কাষতে গল্প কৰি আছোঁ। কথাৰ মাজত দেউতাৰে ক'লে, "মোৰ নিচিনা দুৰ্ভগীয়া মানুহ বৰ কম আছে।" এই বুলি কৈ ভিনদেৰে চকুপানী টুকিলে। মই কলোঁ, 'ভিনদেউ, আপুনি ইমান ডাঙৰ কাম কৰিলে, চাৰিওপিনে আপোনাৰ ইমান সুখ্যাতি, টকা-সিকাৰ আপোনাৰ অভাৱ নাই, ল'ৰা-ছোৱালী ভাল হৈছে, আপুনি নিজক দুৰ্ভগীয়া বুলি ক'লে, মানুহে হাঁহিব। বাইদেউৰ মাজতে অলপ গা বেয়া

হৈ আপোনাক অলপ চিন্তাত পেলাইছিল অৱশ্যে; এই সংসাৰত তেনেকুৱা সৰুসুৰা বিপদত নপৰা মানুহনো কোন আছে?' দেউতাৰে হুমুনিয়াহ এটা কাঢ়ি ক'লে, 'স্বৰ্ণ, তোমালোকে ওপৰে ওপৰে চাইহে কথাবোৰ ভাবা, কিন্তু ভিতৰুৱা কথাটো তোমালোকে নাজানা। এক হিচাপে এইটো সঁচা যে মোৰ নিচিনা ভাগ্যবান মানুহ তাকৰ। ভাল চাকৰি পাইছিলোঁ, লাগ বুলিলেই সকলো পাইছিলোঁ, একোৰে মোৰ অভাৱ নাছিল। মোৰ তিৰোতা আছিল ৰূপে-গুণে অতুলনীয়া; কিন্তু কি হ'ব, মোৰ কপাল মই নিজেই খালোঁ।' এই বুলি কৈ তেওঁ টলকা মাৰিলে; আকৌ দুধাৰি চকুলো গালেদি বৈ গ'ল। মোৰ বৰ বেয়া লাগিল, কলোঁ, 'ভিনদেউ, আপোনাৰ মনত কি কথা খেলাইছে মোক কওকচোন বাৰু। মোক ক'লে আপোনাৰ দুখ-বেজাৰে অলপ শাম কাটিবও পাৰে।'

দেউতাৰে তেতিয়া ক'লে, 'মোৰ জীৱনৰ আগৰ ছোৱা বৰ সুখৰ। পদ্মিনী আৰু মোৰ ভিতৰত বৰ ভালপোৱা আছিল। ৰূপে-গুণে তেওঁৰ নিচিনা তিৰোতা বৰ কম পোৱা যায়। পিছে কি হ'ব? হেলচী বুলি যে এজনী বান্দী তোমাৰ দেউতাৰাই বাইদেৱেৰাৰ লগত পঠাইছিল তোমাৰ মনত পৰেনে?' মই কলোঁ, 'অলপ অলপ পৰে।' তেতিয়া তেখেতে ক'লে, 'তাইয়েই সকলো দুখৰ মূল। কি কুক্ষণত ক'ব নোৱাৰোঁ তাইৰ ওপৰত মোৰ চকু পৰিল। মোৰ বয়স তেতিয়া ৩৫/৩৬। এদিন পদ্মিনীয়ে তাইৰ লগত মোক হাতে হাতে ধৰা পেলালে। সেইদিনাৰপৰাই মোৰ সোণৰ সংসাৰ ছাৰ-খাৰ হৈ গ'ল। তেওঁ মোক লাহে লাহে সকলোৰে লগত সন্দেহ কৰিবলৈ ধৰিলে, আনকি ওচৰ-চুবুৰীয়াৰ জীয়াৰী-বোৱাৰীৰ লগতো। এনেকৈ মনৰ অশান্তিত গৈ গৈ তেওঁৰ মস্তিস্কৰ বিকৃত ঘটিল। বাকীবিলাক কথাতো তোমালোকে জানাই, আৰু ক'বৰ দৰকাৰ আছে জানো?' এইদৰে কথাৰ সামৰণি মাৰি দেউতাৰে দীঘল হুমুনিয়াহ এটা পেলালে। মোক দুখে, বেজাৰে, লাজে, অপমানে খুন্দা মাৰি ধৰিলে; মাতিব নোৱৰা হৈ মনে মনে বহি থাকিলোঁ।"

নীৰেনে তেওঁৰ চকুৰ আগৰপৰা এখন পৰ্দ্দা আঁতৰি যোৱা যেন পালে। তেওঁ এতিয়া অতীতৰ গোটেই জীৱনটোত নতুন পোহৰ পৰা দেখিবলৈ পালে। যি প্ৰশ্নৰ উত্তৰ লবাকালৰপৰা গোটেই জীৱন ভাবি ভাবি তেওঁ পোৱা নাছিল, সেই প্ৰশ্নৰ উত্তৰ আজি তেওঁ পালে। নীৰেনৰ তেতিয়া মনত পৰিলে ওমৰ খৈয়ামৰ এটা ৰুবাইলৈ :

নিয়তিয়ে নিজ হাতেৰে যিদিনা
কপালত যিটি লিখিলে আহি,
সেই আখৰৰ নাই লৰচৰ,
সিদৰে জীৱন চলিব ভাহি।
চকুৰ পানীৰে নৈ বৈ য'ক,
হিয়া যদি ভাগে শোকতে হায়,
তথাপিতো জানো পাৰেনে গুচাব,
কপালৰ ছাপ লগতে যায়।



: আমাৰ প্ৰকাশিত সাহিত্য-সম্ভাৰ :

**ডাঃ হৰনাথ শৰ্মা বৰদলৈ :**

॥ যৌনজীৱন ॥

॥ সমাজ সমীক্ষা : অপৰাধ আৰু অনাচাৰ ॥

**হৰি বৰকাকতি :**

॥ কোনোবা শীতৰ এটা বগা সন্ধিয়াত ॥

**ত্ৰৈলোক্য নাথ গোস্বামী :**

॥ সাহিত্য-কলা আৰু তাৰ বিচাৰ ॥

॥ জীৱনৰ জীয়া-জুই ॥

**নন্দ তালুকদাৰ :**

॥ অসমীয়া সাহিত্য-বিচিত্ৰা ॥

**আব্দুচ্ছ ছাত্তাৰ :**

॥ অসমীয়া সাহিত্যত বিবিধ আলোচনা ॥

**হিতেশ্বৰ বৰবৰুৱা :**

॥ যুদ্ধক্ষেত্ৰত আহোম ৰমণী ॥

॥ তিৰোতাৰ আত্মদান কাব্য ॥

**হেম বৰুৱা :**

॥ আঁচুফুল ॥

**সত্যেন বৰকটকী :**

॥ এচেঙিং কুমজেলেকুৱা ॥

**পদ্ম বৰকটকী :**

॥ বিয়াৰ প্ৰথম নিশা ॥

॥ জীৱন অৰণী ॥

॥ নজলা ধূপৰ ইতিকথা ॥

॥ বীতাৰ প্ৰেম ॥

**হেমেশ্বৰ দিহিঙ্গীয়া :**

॥ মাধৱী ॥

**লক্ষ্মীনন্দন বৰা :**

॥ উত্তৰপুৰুষ ॥

॥ অচিন কইনা

**নীলিমা শৰ্মা :**

॥ অন্বেষণত ॥

**ৰমা বেজবৰুৱা :**

॥ নাৰীৰ মন ॥

**চিদানন্দ শইকীয়া :**

॥ ৰঙা সূৰুযৰ বেঙনি ॥

**আব্দুল মালিক :**

॥ সোণালী সূতাৰে বন্ধা ॥

॥ এটা সূৰ্য্য দুখন নদী আৰু এখন মৰুভূমি ॥

॥ অমৰ মায়া ॥

॥ বহুত বেদনা এটোপা চকুলো ॥

॥ ৰজনীগন্ধাৰ চকুলো ॥

॥ জীয়া-জুৰিৰ ঘাট ॥

॥ শিল আৰু শিখা ॥

**নিৰোদ চৌধুৰী :**

॥ দেৱী ॥

॥ দেহ-দেউল ॥

॥ হংসমিথুন ॥

॥ নিশিগন্ধা ॥

॥ বুঢ়ীগঙ্গাৰ জুই ॥

## সত্যেন বৰকটকীৰ অন্যান্য

ফুলবিবী
হাকিমৰ টিপিল-থিলনি : *Orient Longmans*

| | |
|---|---|
| পৰ্বতীয়া সাধুকথা<br>কৰাচী গল্প | *Assam Publication Board* |
| নাপলেয়ঁ বনাপাৰ্ত<br>গীদ মপাচঁৰ শ্ৰেষ্ঠ গল্প<br>ৰহস্য কাহিনী ( চোৰাংচোৰা ) | *Sribhumi Publishing Co.* |

ৰহযজ্ঞ : *Bhabani Publishing Concern*
আডল্‌ফ্‌ হিটলাৰ : ধাৰাবাহিক : 'আমাৰ প্ৰতিনিধি'
জগলি মোহন : সাহিত্যপ্ৰকাশ ( যন্ত্ৰস্থ )
ৰহস্যৰ ৰহঘৰা : সোনকালে ওলাব

*The Escapades of a Magistrate : Orient Longmans*
*Post Magisterial : Assam Book Depot*
*The Grand Panjandrum : United Publishers*
*Tribal Folk-tales of Assam : Assam Publication Board*

| | |
|---|---|
| *Assam*<br>*Tribes of Assam* | *National Book Trust, India —translated into Hindi & Assamese* |
| *The Khasis* | *Bani Prakash* |
| *Fables & Folk-tales of Assam*<br>*Assam at a Glance* | ,, : *In Press* |

*El Dorado of N. E. India : To be Published shortly*